# শঙ্খধ্বনি

শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা



টীযক, জোৰহাট

১৮৪৭

কলিকতাৰ ১নং ৰমানাথ মজুমদাৰ ষ্ট্ৰীট, ৺শ্ৰীসৰস্বতী যন্ত্ৰত
শ্ৰীযুত মহেন্দ্ৰনাথ দত্তৰ দ্বাৰা ছপা আৰু শ্ৰীযুত বিনন্দ
বৰুৱা বি, এৰ দ্বাৰা প্ৰকাশ কৰা হল।

# উছৰ্গা

টীয়কীয়া পণ্ডিত প্ৰৱৰ
পূজনীয় ৺শুকদেৱ অধ্যাপকৰ
উপযুক্ত বংশধৰ,
পূজনীয় ৺অচ্যুতানন্দ দেৱশৰ্ম্মা
ককাদেউতাৰ পৱিত্ৰ নামত
'শঙ্খধ্বনি' উছৰ্গিলোঁ।
'বিনোদ'

# সূচী

# পাতনি

সৃষ্টিৰ পাতনিতে শঙ্খধ্বনি। বিশ্বনিয়ন্তাই সৃষ্টিৰ আৰম্ভতে যি এবাৰ শঙ্খধ্বনি কৰিলে, সেই ধ্বনিৰ নিনাদত চেতনা পাই জগতৰ সকলোপ্ৰাণীয়েই নিজৰ নিজৰ কৰ্ত্তব্য পথ[illegible]গুৱাবলৈ ধৰিলে। সেই মঙ্গলশঙ্খৰ শবদত অনুপ্ৰাণি[illegible]হৈয়েই আকাশত চন্দ্ৰ সূৰ্য্য গ্ৰহ নক্ষত্ৰ আদিয়ে অবিশ্ৰা[illegible] ভাৱে বিশ্বনিয়ন্তাৰ বিজয়বাতৰি ঘোষিবই লাগিছে। এই ধ্বনিয়েই অনৈক্যৰ মাজত ঐক্যৰ সৃষ্টি কৰি জগৎ শান্তিময় কৰি তোলে। এই ধ্বনিত মোহিত হৈয়েই মাকে পুতেকক কোলাত লয়। সময়ত বতাহ আপুনি বলে, শিশিৰৰ পাছত বসন্ত আহে, গছত ফুল আপুনি ফুলে।

কুৰুক্ষেত্ৰ সমৰতো আকৌ শঙ্খধ্বনি। তেতিয়া পাঞ্চজন্য আদি শঙ্খৰ ধ্বনি আৰু ভগৱান শ্ৰীকৃষ্ণৰ উৎসাহ বাণীয়ে

বিষাদ-ক্লিষ্ট আৰু অৱসন্ন অৰ্জ্জুনৰ প্ৰতি শিৰাতে স্পন্দন তুলি-ছিল ; সেই স্পন্দনত অৰ্জ্জুনৰ ক্ষন্তেকীয়া অৱসন্ন শক্তি জাগ্ৰত হ'ল আৰু কাতৰহৈ ভগৱানৰ শৰণ পশিলে। মহাবীৰ অৰ্জ্জুন তেতিয়া কৰ্ম্মযোগীৰ কৰ্ম্মক্ষেত্ৰত পুতলা স্বৰূপ; কৰ্ম্মযোগীয়ে যেনেকৈয়ে নচুৱাইছিল তেনেকৈয়ে নাচিছিল। ভগৱানে পাৰ্থৰ হতুৱাই কৰ্ম্মপথৰ সহায়লৈ অসত্যক ধ্বংশ কৰি সত্য প্ৰতিষ্ঠা কৰিবলৈ সুবিধা পালে। তেতিয়া ৰণৰ শঙ্খধ্বনিয়ে পাৰ্থৰ কৰ্ম্মময় জীৱনৰ পাতনিৰ কাম সাধিলে।

কবিৰ এই মন্ত্ৰপূত শঙ্খধ্বনিও কৰ্ম্মপথৰ পথিকৰ মোহিনী-বীণা। এই শঙ্খধ্বনি মিলিত কণ্ঠৰ ঐক্যতান; ইয়াত কোনো স্বতন্ত্ৰ বা ভিন পৰ নাই, আছে সমপ্ৰাণতা। এই শঙ্খধ্বনিয়ে লুপ্তশক্তি সঞ্চাৰ কৰি সুপ্তশক্তি জাগ্ৰত কৰি সত্যৰে অসত্যক বিনাশি জগৎ কৰ্ম্মমন্ত্ৰেৰে দীক্ষিত কৰে।

সকলোৰে লক্ষ্য পূৰ্ণতাজনিত তৃপ্তি বা আনন্দতে। মুক্তিবাদী সকলৰ মতে কৰ্ম্ম যদিও মুক্তি লাভৰ প্ৰতিবন্ধক হে, তথাপি ইহ জগতত সেই লক্ষ্যৰ কাষ চাপিবলৈ কৰ্ম্মৰ সহায় নহলে নোৱাৰি।

কৰ্ম্ম বিজয়াভিলাষী জাতিৰ মূলমন্ত্ৰ। কৰ্ম্মহীন জাতিৰ অধঃপতন স্বাভাৱিক। তাৰ ফলত সেই জাতি সদায় ক্লিষ্ট, লাঞ্ছিত, নিৰ্য্যাতিত আৰু পীড়িত। 'শ্মশান'ৰ বৰাগীৰ মনত

গোটেই দেশ শ্মশানময়; স্বাধীনতাৰ বিজয় নিচান যেতিয়া খহি পৰিল তেতিয়া দেশ মৰিশালীত পৰিণত হল। বৰাগীৰ মনত স্বদেশ শ্মশান আৰু প্ৰকৃত শ্মশানৰ ভিতৰত কোনো পাৰ্থক্য নাই; সেই কাৰণে মৰিশালীত থাকিও তেওঁ সদায় অবিচলিত। মহাশ্মশানৰ জুয়ে এফালৰ পৰা দেশ খন পুৰিবলৈ ধৰিছে। যি অলপ বাকী আছে সিও ক্ষন্তেকতে ছাৰখাৰ হব। প্ৰাগজ্যোতিষত পুৰণি গৌৰৱৰ চিন মাথোন আছে, ভৰলু পাৰত আগৰ দৰে সৈনিকৰ বাহৰ নাই, গড়-গাওঁনগৰ নামত মাত্ৰ আছে; শিওৰি ঘৰত উঠিবলৈ ৰজা নাই। শিৱসাগৰৰ পাৰত বৰটোপ আছে কিন্তু তাৰ শব্দ নাই। জয়সাগৰ পুখুৰী আছে, কিন্তু তাৰ দৌলত পূজা নাই। ৰংঘৰ গুছি পথাৰৰ টঙিত পৰিণত হল; আগৰ বিক্ৰমী ৰজা ডাঙৰীয়া সকল উছন হল। যোগেশ্বৰ কোঁৱৰে পিতৃ পুৰুষৰ হেংডান দিয়াৰ লগে লগে অসমৰ গৌৰৱ-সূৰ্য্য অস্তগল; অসমদেশ শ্মশানত পৰিণত হল। তথাপিও বৰাগীৰ মনত আশা আছে—প্ৰত্যেক যুৱকে নিজৰ নিজৰ সুপ্তশক্তি জাগ্ৰত কৰি সত্যেৰে অসত্যক জয় কৰি কৰ্ম্ম জীৱনত আত্মসমৰ্পণ কৰক। পূজাৰীয়ে পূজাৰ বেদীত বহি জাতীয় ধৰ্ম্মৰ হৈ আহুতি দিয়ক। বিদ্যাৰ্থীসকলে প্ৰাগজ্যোতিষৰ পুৰণি কীৰ্ত্তি ঘূৰাই আনক, তিৰোতা সকলে আগৰ দৰে আপোন

[illegible]ৱে কপাহ কাটি ৰণুৱাক সাজ পাৰ পিন্ধাওক। যুৱক [illegible]লে সাহিত্যক সাৰথি কৰি নিজৰ শক্তিৰ সঞ্চাৰ কৰি লক। [illegible]নো—

"আগত সাহিত্য পাছত শক্তি
বুৰঞ্জীৰ মহাবাণী"

শেষত দেখিব আকৌ গছে গছে কুলি কেতেকীয়ে অসম দেশৰ গৌৰৱ গান গাব। জাতীয় সাহিত্য-সঙ্গীতৰ সুমধুৰ ধ্বনিত দেশ মুখৰিত হব। কবিতাধনুৰশৰে শিলেৰে বন্ধোৱা বুকুও কোমল কৰিব। যদি সেয়ে হয়—

"উঠাহে উঠাহে শক্তি সাধক,
জাগাহে জাগাহে দেশৰ যুৱক,
তপত শোণিত শিৰে শিৰে বক
উঠাহে কৰ্ম্মবীৰ।
স্তম্ভিত কৰি নিখিল বিশ্ব
উঠাহে জাগাহে শক্তি শিষ্য
কোনোতো নহয় নীচ উচ্চ
সকলো সমান বীৰ।"

তথাপি চাব লাগিব ক্ষুদ্ৰ পথৰ পথিকে যেন অহংকাৰৰ অজ্ঞানত পৰি ৰুদ্ৰবীণা বজাবলৈ আগ নাবাঢ়ে। ক্ষুদ্ৰ পথৰ পথিকে ক্ষুদ্ৰ আঙুলি বুলাই প্ৰথমতে ৰুদ্ৰবীণাত দীপক

ৰাগিণী বজাব পাৰে সচাঁ; কিন্তু সেই ৰাগিণীৰ শেষত তাল মান ঠিক ৰাখিব নোৱাৰিলে ৰুদ্ৰবীণাই ক্ষুদ্ৰ পথিকক জ্বলাকলা কৰিব; শেষত ৰাগিণীৰ জুইত নিজেই পুৰি জাহ যাব। ক্ষুদ্ৰ পথিকৰ সত্য তুচ্ছ কৰিবৰ শকতি নাই।

"সত্য তুচ্ছ কৰিব নোৱাৰে নাই যে কতো
এনেটি বীৰ,
ৰুদ্ৰবীণা হাতত তুলি নিজৰে কৰিব
ছিন্ন শিৰ।"

কিন্তু নিজৰ শক্তি অনুযায়ী বিশ্বনিয়ন্তাৰ নিয়ম মতে চলি ক্ষুদ্ৰ পথিকে ক্ষুদ্ৰবীণাত হাতবুলাওক। তেতিয়া পথিকৰ হতাশৰ কোনো কাৰণ নহব। সেই কাৰণে সকলো সামৰ্থ্যৱান যুৱকে বুকত 'চেনেহৰ খনি' 'অন্তৰত ধৰমৰ মণি' লৈ—

"ধুমুহাৰ দৰে বিঘিনি উৰাই
বজ্ৰৰ দৰে পৃথিবী কঁপাই
সূৰুযৰ দৰে মঙ্গল সূচাই
আগ বাঢ়া
বাঢ়া আগ।"

তেতিয়া তোমাৰ গতি প্ৰতিৰোধ কৰিবৰ কাৰো শকতি নহব; কেউপিনে মঙ্গল শঙ্খ বাজি উঠিব। দেশ জয়-জয় ময়-ময় হব।—

"সহস্র বিঘিনি সহস্র অপায়
আঁতৰতে যাব উৰি,
গৌৰৱ-বেলিয়ে ঢালিব কিৰণ
গোটেই দেশকে জুৰি।"

* * * *

আমি আশাকৰো শ্ৰীমান বিনন্দ বৰুৱাৰ এনে অভিনৱ ধৰণৰ জাতীয় কবিতাই দেশৰ সকলো যুৱকৰ পৰা সমানে সমাদৰ পাব। যদিহে নেপায়—তথাপিও একো দুখৰ বিষয় নহয়, কাৰণ—"কালোহ্যয়ং নিৰবধি বিপুলা চ পৃথ্বী"।

শ্ৰীতুলসীনাৰায়ণ শৰ্ম্মা
—— ১০ ফাগুন, কলিকতা।

# শঙ্খধ্বনি

অনাদি কালৰ পৰা
কাল দেৱতাই
কৰমৰ শঙ্খধ্বনি কৰিব লাগিছে ;
সি ধ্বনিৰ বায়ু লাগি
অনন্ত ব্ৰহ্মাণ্ড
বিশ্ব চৰাচৰ জুৰি কঁপনি উঠিছে।

মন্ত্র লই সিদ্ধনিৰ
নিজ কক্ষ ধৰি
গ্ৰহ-উপগ্ৰহ চন্দ্ৰ তাৰকা তপন
ঘূৰিব লাগিছে সৱে,
দেখিব লাগিছে
শ্ৰান্তিহীন কৰমৰ ভীষন সপন।
এই ক্ষুদ্ৰ নক্ষত্ৰৰ
নিৰলা কোনতো,
সেইধ্বনি শুনিয়েই, নিতে নৱ বোলে
উষাই ৰহন সানে,
কুলি কেতেকীয়ে
বাসন্তী ৰাগৰ ঢউ বনে বনে তোলে।
মাথোন জলকা লাগে
শ্ৰান্ত বাটৰুৱা,
ক্ষন্তেকলে' জীৱনৰ সুৰভুলি ৰয় ;
উৰ্দ্ধ মূৰ কৰি পুনু
শঙ্খধ্বনি শুনি
কৰম-সৰনি ধৰি ধীৰে খোজ লয় ॥

গ্ৰন্থকাৰৰ এজন বন্ধু

———

# ওম্

অসীম অনন্ত এই বিশ্ব চৰাচৰ
আদি নাই অন্ত নাই চলিছে সদাই,
অদৃশ্য কোনোবা এটি বাজিকৰে যেন
পৰশি মায়াৰ দণ্ডে বিহিছে নিয়ম,
কল্পনা অতীত বিশ্ব ক্ষুদ্ৰ মানৱৰ
ধ্যান মগ্ন যোগী হৈও চিন্তাত বিতত
ভেদি অহা শুনে মাথোঁ সীমা-হীন ব্যোম
বিৰাটৰ কৰ্ম্মবীজ মহাবাণী ওম্।

## শঙ্খধ্বনি

জগতে জগত ৰাখে কৰি আকৰ্ষণ,
গ্ৰহেই গ্ৰহৰ শক্তি কৰিছে ধাৰণ.
উপগ্ৰহে উপগ্ৰহ নক্ষত্ৰে নক্ষত্ৰ,
আকৰ্ষিত পৰস্পৰে অনন্ত ব্ৰহ্মাণ্ড ;
মায়াৰ জৰীৰে বান্ধি বিশ্ব বিধাতৃয়ে
ইটিৰে সিটিক ৰাখে সিটিৰে ইটিক ;
আপোন গতিত ঘূৰে ভেদি মহা ব্যোম,
গৰ্জ্জি উঠে বিৰাটৰ কৰ্ম্মবাণী ওম্ ।

অনন্ত জগত ঘূৰে অনন্ত আকাশ.
অন্ত নাই কত আছে গ্ৰহ উপগ্ৰহ .
একোটি নক্ষত্ৰ কেন্দ্ৰ এখনি জগত
আৰু কত গ্ৰহ তাৰ আছে অন্তৰ্গত ,
একৰ স্থিতিত হয় অন্য বৰ্ত্তমান,
কোনে জানে কি সাধিব উদ্দেশ্য মহান ;
পৰস্পৰে ৰক্ষা কৰি ভেদি মহা ব্যোম্,
গৰ্জ্জি উঠে বিৰাটৰ মহাবাণী ওম্ ।

সূৰ্য্যৰ জগত স্থিতি সূৰ্য্য কেন্দ্ৰ কৰি
মহা মহা গ্ৰহ কত ঘূৰিছে চৌপাশে

নিপিছলি চুলিমানো কৰ্ত্তব্য পথৰ
শূণ্যত সাধিছে কৰ্ম্ম আপোন ভাগৰ।
প্ৰত্যেকৰে আছে গতি প্ৰত্যেকৰে কাম,
দিন নাই ৰাতি নাই কৰে অবিৰাম,
সমষ্টি কৰ্ম্মৰ ধ্বনি ভেদি মহা ব্যোম্,
মিলি অনন্তত গৰ্জ্জি উঠে বাণী ওম্।

সূৰ্য্যৰ জগত ক্ষুদ্ৰ অংশ অনন্তৰ,
তাৰো অংশ ক্ষুদ্ৰ এই অকণি পৃথিবী
এই ক্ষুদ্ৰতেই কত জীৱৰ নিৱাস,
আপোন কৰ্ম্মত আছে ব্যস্ত চিৰকাল,
জলে স্থলে শূণ্যে কত প্ৰাণী আছে ঘূৰি
অকণো আজৰি নাই নিত্য নিৰন্তৰ,
সবাৰে কৰ্ম্মৰ গতি-শব্দ-ভেদি ব্যোম্
গৰ্জ্জি উঠে বিৰাটৰ মহাবাণী ওম্।

অসীমতো বিৰাজিত শান্তি শৃঙ্খলতা
অসীমতো আছে কৰ্ম্ম নিজ ভাগে ভাগে,
সকলৰ সকলোৰে কৰ্ম্ম-গতি-ধ্বনি—
সবাৰে সমষ্টি মাথো বাণী বিৰাটৰ।

## শঙ্খধ্বনি

শুনা সেই মহাবাণী কৰ্ম্মৰ ঘোষণা
বিভোল নিজেই শুনি বিশ্ব বিধাতৃয়ে ;
নিজেও মগন যেন সেই কৰ্ম্মতেই
চলাই অসীম বিশ্ব শৃঙ্খলিত কৰি ;
শব্দ ব্ৰহ্ম মহাবাণী ভেদি মহা ব্যোম্,
গৰ্জ্জি উঠে অনন্তত কৰ্ম্মবাণী ওম্ ।

মাঘবিহু

কলিকতা ১৯২৬।

---

# মিলন

নতুন যুগত নতুন তানেৰে বাজিছে বিজয় শঙ্খ,
স্বাগত আজি মিলন মন্দিৰে যতেক সেৱক সঙ্ঘ।
মহা কুৰুক্ষেত্ৰ প্ৰতিস্থিত হব পুনু আজি ভাৰতত,
নৰনাৰায়ণে বিলাব সত্য সত্য-হীন মৰতত।
প্ৰতিস্থিত হ'ব হৃদয়ে হৃদয়ে দৰিদ্ৰৰ ভগৱান্
জনম ভূমিৰ যতেক অপায় হ'ব আজি অৱসান।
ভাৰত যুদ্ধত যি শঙ্খ বজাই কঁপালে গৰ্ব্বিত মন,
সেই শঙ্খেৰেই আজিও কৰিব অসত্য সকলো ছন।

যি কৰ্ম্ম মন্ত্ৰেৰে দীক্ষিত অৰ্জ্জুনে কৰিলে সত্যৰ জয়,
সেই মন্ত্ৰ আজি হ'ব উচ্চাৰণ গুছিব সকলো ভয়।
মহা হিম ভেদি যি বাণী উঠিল অহিংসা পৰম ধৰ্ম্ম,
সেই বাণীতেই মিলিল ভাৰতে গীতাৰ অদ্ভূত কৰ্ম্ম।
অপাৰ্থিব যিটি ক্ষমাৰ মন্ত্ৰ যিশুৰ মহান গীতি,
আৰব মৰুৰ পদুম পাহিৰ ভাতৃ ভাবৰ নীতি।
মিলিছে ইয়াত খৃষ্টান, নাস্তিক, হিন্দু, মুছলমান,
বাজিছে ইয়াত পৰম পিতাৰ মহান-ঐক্য-তান।

হিমালয় গিৰি মহা তপস্বীৰ আনন্দ লোতক বয়,
তাতে উঠি যায় বিশ্ববীণাৰ স্বাধীন তানৰ লয়।
শাক্যসিংহৰ অহিংসামন্ত্ৰ কৃষ্ণৰ মহানশিক্ষা।
প্ৰেমিকযিশুৰ ক্ষমাৰ চানেকি মহম্মদৰ ঐক্যদীক্ষা।
একে সুঁতি হই মিলিছে ইয়াত ভাৰতেই ভাগ্যৱান,
আহাঁহে সেৱক জনম ভূমিৰ আকণ্ঠ কৰাহে পান।

ভাৰতেই আজি বিলাব লাগিব বিশ্বত নতুন শিক্ষা,
ভাৰতেই আজি মহামানৱক বিহিব মঙ্গল দীক্ষা।
ভাৰত আকাশ পোহৰাই চোৱা বহিছে সন্ন্যাসী দল,
সপ্তৰ্ষি নহয় বিশ্ব-বাসীৰ চিৰ গৌৰৱৰ স্থল।

বিশ্ব জুৰি আছে কৰ্ম্মী সেনাপতি আঁহা ভাই আগুৱাওঁ,
আহঁা আহঁা ভাই, সকলোৱে মিলি—একতা সঙ্গীত গাওঁ
আহাঁহে হিন্দু, আহাঁহে মোচ্লেম, আহাঁহে খ্ৰীষ্টান ভাই,
আহাঁহে নাস্তিক, শিখ, জৈন আদি যাওঁ আহাঁ আগুৱাই।
হক কুৰুক্ষেত্ৰ পুনঃ প্ৰতিস্থিত সত্য-ভূমি ভাৰতত,
আহাঁহে অৰ্জ্জুন বোগুৱা পুনৰ সত্য এই মৰতত।
অহিংসা তোমাৰ হওক গাণ্ডীব সত্য তোমাৰ ৰথ,
ক্ষমাই তোমাৰ প্ৰধান অস্ত্ৰ ভাতৃ-ভাবেই পথ।
গৌতম তোমাৰ ৰথৰ পতাকা সাৰথি মহম্মদ,
শ্ৰীকৃষ্ণ তোমাৰ মহাৰথ হক সন্ন্যাসী তোমাৰ পদ।

স্বাগত স্বাগত জনম ভূমিৰ বিক্ৰমী সেৱক দল,
মহান শকতি উছৰ্গাহি ভাই পাৰ্থৰ বাঢ়োক বল।
নতুন সৃষ্টি আৰম্ভণ হ'ব আমাৰ শকতি ফলে,
এক ৰাজ্য হব বিশ্ব ব্ৰহ্মাণ্ডত পৰম পিতাৰ তলে।
সত্যৰ হোমাগ্নি জ্বলিছে দ্বিগুণে আকাশ পৃথিবী ভেদি,
পৰম পিতাৰ প্ৰেৰিত পুৰুষে শোভিছে হোতাৰ বেদী।
সেই হোমতেই ভষ্ম হক আজি_যতেক কলুষ ৰাশি,
আহুতি ছলেৰে পাতলোৱা বুকু পাপৰ কণ্টক নাশি।

## শঙ্খধ্বনি

বল-দৰ্পিতৰ মিছা অহঙ্কাৰ সকলো পৰিব ওৰ,
এই পৃথিবীতে শেষ হব ভাই দুখীয়াৰ চকুলোৰ।
তপত শোণিত শিৰে শিৰে বয় মিছা মায়া আঁতৰাই,
সৰগৰ পৰা উদগনি গীতে নিছে আজি আগুৱাই।
উঠা উঠা ভাই বাজিছে ঘনাই নতুন যুগৰ শঙ্খ,
স্বাগত আজি মিলন মন্দিৰে নবীন যুৱক সঙ্ঘ!

১৯২২
আসাম ছাত্ৰ সম্মিলনৰ
৭ম অধিবেশন,
গুৱাহাটী

—

## শক্তি সঞ্চাৰ

উত্তিষ্ঠত, জাগ্ৰত, প্ৰাপ্য ৱৰান্নিৱোধত।

সম্মুখত কুৰুক্ষেত্ৰ কৰিছে গৰ্জ্জন,
উঠা পাৰ্থ, উঠা কৰা শক্তিৰ সঞ্চাৰ
কৰ্ম্মময় জগতত ৰুদ্ৰৰূপ ধৰি
সত্যৰূপে অসত্যক কৰা ছাৰখাৰ
উঠা পাৰ্থ, উঠা চোৱাঁ দিব্যচকু মেলি
ভগৱান নিজে আজি হ'ল সেনাপতি,
হিংসাদ্বেষ কপটতা হ'ব আজি দূৰ
শুভক্ষণে শক্তিযাগে দিয়া পূৰ্ণাহুতি।
সমস্ত ব্ৰহ্মাণ্ড ভেদি শুনা হেৰা বাণী—
উত্তিষ্ঠত, জাগ্ৰত, প্ৰাপ্য ৱৰান্নিৱোধত।

শঙ্খধ্বনি

চোৱাঁ চোৱাঁ চোৱাঁ পাৰ্থ চকু মেলি চোৱাঁ
সন্মুখত অসত্যৰ ভয়ঙ্কৰ লীলা,
ক্ষুদ্ৰ মানৱৰ দৰে পাৰিবানে বাৰু,
এনে সময়তো হাত সাবটি থাকিব !
উঠা পাৰ্থ হৃদয়ত বান্ধা প্ৰেমবল
উদ্দেশ্য সাধন কিম্বা শৰীৰ পতন।
অতিক্ষুদ্ৰ স্বাৰ্থ পাৰ্থ ধন যৌৱনৰ
সত্যৰ লগত নাই অলপো তুলনা,
সন্মুখত চোৱাঁ পাৰ্থ মহান পুৰুষ
সৰ্ব্ব স্বাৰ্থ ত্যাগ কৰি সেনাপতি আজি।
সমস্ত ব্ৰহ্মাণ্ড ভেদি শুনা হেৰা বাণী
উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য ৱৰান্নিবোধত।

প্ৰলয়ৰ ঘোৰ শব্দ শুনা ধনঞ্জয়
অসত্যৰ অন্ধকাৰে বেৰিছে মেদিনী।
প্ৰৱলে তাণ্ডৱনৃত্য কৰিছে আনন্দে
শক্তিহীন হৃদয়ৰ ৰক্ত কৰি পান।
ভাবিবৰ নাই আৰু অলপো সময়
চাৰিফালে অসত্যই কৰিলেহি জয়।

সত্য অসত্যৰ এই ভীষণ সমৰ
সত্যক প্ৰৱল আজি কৰিব লাগিব।
অসত্যত ভোল গই স্বাৰ্থ অন্ধ হৈ
বিচিত্ৰ ই সৃষ্টি যদি ৰক্ষা নকৰিবা
বিশ্বৰ সেৱক আৰু শ্ৰেষ্ঠ ভক্তবুলি
কোন মতে ব্ৰহ্মাণ্ডত মুখ উলিয়াবা ?
ভয় নাই উঠা পাৰ্থ স্বাৰ্থ কৰা দান
স্বাৰ্থত্যাগী সেনাপতি নিজে ভগৱান।
সমস্ত ব্ৰহ্মাণ্ড ভেদি উঠে তাৰ বাণী—
উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য ৱৰান্নিৱোধত।

দুৰ্ভিক্ষৰ লীলাখেলা বিকট দৰ্শন ;
হৃদয়ৰ সৰ্ব্বশক্তি কৰি চোৱাঁ দান
স্বাৰ্থান্ধৰ স্বাৰ্থ সিদ্ধি কৰিছে সকলে।
এফালে চকুলো টুকি দুখীয়া গৃহস্থ—
নেপাই পেটৰ ভাত কান্দে হাহাকাৰ ;
আনফালে স্বাৰ্থলোভী নৰপিশাচৰ—
বিকট দৰ্শন দেখি প্ৰকৃতিয়ে শাপে।
দুৰ্ভিক্ষ পীড়িতে চোৱাঁ কান্দে হিয়া খুলি—
সঙ্কটৰ পৰা হেৰা ৰক্ষা কৰা বুলি।

বহুশক্তি বাকী আছে শৰীৰে তোমাৰ,
ৰুদ্ৰৰূপ ধৰা আজি সত্যৰ কাৰণে।
দয়ামষ় দয়া কৰি সাৰথি তোমাৰ,
ভয় নাই আগবাঢ়ি যোৱা সব্যসাচী
অনন্ত ব্ৰহ্মাণ্ড ভেদি শুনা তাৰ বাণী—
উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য ৱৰান্নিবোধত।

প্ৰলয়ৰ আস্ফালন হিয়া কঁপি উঠা-
ভীষণ আন্ধাৰ দেখি নকৰিবা ভয়,
সোনালী সুৰুযে পুনু দেখা দিব চোৱা
প্ৰেমময়ে প্ৰেমবাৰি কৰে বৰিষণ।
অসত্যৰ খুন্দাখাই সত্য তল যোৱা
ইচ্ছাময়ৰ ইচ্ছা ইটো নহয় কদাপি।
নিমিত্ত মাথোন তুমি সত্যৰ কাৰণে
ভগৱানে নিজে নিজে কৰিব সমৰ।
বিদাৰি দুৰ্ব্বল হৃদি ৰক্ত কৰি পান
কোনোজনে ব্ৰহ্মাণ্ডত নোৱাৰে উধাব,
নিৰাকাৰে সাকাৰৰ মহামূৰ্ত্তি ধৰি
চন্দ্ৰ সূৰ্য্য চকুৰূপে কৰিছে ধাৰণ ;

কেনি কিটো হ'বলাগে বিশ্বচৰাচৰে
চাই আছে বিশ্বৰাজে নিত্য নিৰন্তৰ।
সবল দুৰ্ব্বল নাই দুখীয়া চহকী,
সকলোকে সমভাবে কৰিছে পালন
মোহস্বাৰ্থ নাশ কৰি উঠা পাৰ্থ আজি
ভয় নাই শুনা হেৰা অভয়ৰ বাণী—
উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য ৱৰান্নিৱোধত।

নিমিত্ত মাথোন হোৱা সত্যৰ সমৰে
নিমিত্ত ৰূপেৰে কৰা সকলো কৰম।
আত্মপৰ এৰি দিয়া হোৱাহে নিৰ্গুণ
সত্যৰ কাৰণে কৰা স্বাৰ্থ বিসৰ্জ্জন।
পাপ যদি কৰে নিজে লক্ষ্মী সৰস্বতী
ধৰি আনি দিয়া হেৰা নৰকত স্থান ;
ব্ৰহ্মাণ্ডৰ ধাৰামতে দেৱতা সকলে
নিজ নিজ কাম যদি অৱহেলা কৰে ;
স্থানচ্যুত কৰি সেই দেৱতা মণ্ডলী
যোগ্য চাই পুৰুষক দিয়া তাৰ ভাৰ।
ভয় নাই সকলোৰে গৰাকি যিজন
সেনাপতিৰূপে কৰি আত্মবিসৰ্জ্জন

সহকৰ্ম্মী সকলক নিছে নিজবাটে ;
সেই সেনাপতি সেই বিশ্বৰ ঈশ্বৰে—
সমস্ত ব্ৰহ্মাণ্ড ভেদি কয় শুনা বাণী
উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য ৱৰান্নিৱোধত ।

---

১৯২২
১০ জুন, টীয়ক

## কৰ্ম্মবীৰ

আহাঁহে যুৱক শক্তি-সাধক,
তোমাৰ লগতে সকলো জাগক
যত বীৰদল চমকি উঠক,
উন্নত কৰি শিৰ।
লোৱাহে তুলি হাতত তোমাৰ,
জনম ভূমিৰ পূজাৰ সম্ভাৰ
যোৱোৱা তাঁৰ ভগ্নবীণাৰ
কৰমী সন্ন্যাসী বীৰ।

শঙ্খধ্বনি

এই যে তোমাৰ কৰ্ম্মসাগৰ,
এৰিব লাগিব এলাহ ভাগৰ,
দেখাব লাগিব শক্তি নিজৰ,
তুমি যে কৰ্ম্মবীৰ।
সত্য জাগিব তোমাৰ প্ৰাণত,
মন্ত্ৰ মঙ্গল পৰিব কাণত,
জাগিব বিশ্ব একেটি তানত
তুমি যে মহাবীৰ।
তোমাতে মিলক স্বৰ্গ মৰ্ত্ত্য,
জাগক সুন্দৰ মঙ্গল সত্য,
ভেদাভেদ জ্ঞান নহয় নিত্য,
তুমি যে উদাৰ স্থিৰ।
জাগিছে প্ৰাণত বসন্ত তোমাৰ,
ভেদাভেদ নাই যুৱক হিয়াৰ,
উদাৰ ভাৰত কৰিছা বিচাৰ,
তোমাৰে উচ্চ শিৰ।
নোৱাৰাতো হ'ব চিৰ লাঞ্ছিত,
নহবাতো তুমি চিৰ বঞ্চিত,
শক্তি তোমাৰ সদা সঞ্চিত,
তুমি যে কৰ্ম্মবীৰ।

## কৰ্ম্মবীৰ

তোমাৰ মুখত নিহিত দীপ্তি,
পৰিছে কতৰ তোমাতে দৃষ্টি,
লভিছে কতই অপূৰ্ব্ব তৃপ্তি,
তুমি যে কৰ্ম্মবীৰ।

মলিন মুখেৰে কত যে ভ্ৰাতৃ,
কত যে দুখীয়া সংসাৰ যাত্ৰী,
তোমাৰ হাততে সঁপিছে মাতৃ,
তুমি যে উদাৰ স্থিৰ।

কৰ্ত্তব্য তোমাৰ লাগিব পালিব,
মলিন হ'লেও বুকত চাপিব,
অভয় সান্ত্বনা দিবতো লাগিব,
তোমাৰে উচ্চ শিৰ।

কত শত বৰ্ষ কত যুগান্তৰ,
কত গিৰি নদী হ'ল স্থানান্তৰ,
কালত বাগৰে শত মন্বন্তৰ
কাল সাগৰৰ নীৰ—

সদায় তুমিয়ে ৰণৰ ৰণুৱা,
সদায় তুমিয়ে বনৰ বনুৱা,
অভয় তুমিয়ে সদাই শুনোৱা,
উঠাহে কৰ্ম্মবীৰ।

শঙ্খধ্বনি

সমস্ত ব্ৰহ্মাণ্ড স্তম্ভিত কৰি,
দীপ্ত বিজয় পতাকা ধৰি,
শত্ৰু গৰ্ব্ব খৰ্ব্ব কৰি,
জাগাহে মহাবীৰ।
সোঁৱা চোৱাঁ কত আশা কৰি,
উদাৰ মহান মন্ত্ৰ স্মৰি,
কত সন্ন্যাসীয়ে দুখ সুখ এৰি
বিচাৰে যুৱক স্থিৰ।
যোঁৱা আগুৱাই শান্তি সৈন্য,
গুচোৱা মাতৃৰ দুখ দৈন্য,
হ'লেতো নহ'ব এতিয়া মৌন,
তুমিয়েহে মাথো বীৰ।

এতিয়াঁও দেখো ভ্ৰাতৃ বুকৰ,
ৰক্ত শোষণ কৰি স্বাৰ্থান্ধৰ
অন্ত যে হোৱা নাই হেঁপাহৰ,
পশুৰো উচ্চ শিৰ।
এতিয়াও দেখো অস্থিচৰ্ম্ম,
শৰীৰত নাই বীৰৰ বৰ্ম্ম,

দেখাই সবাকে নিজৰ কৰ্ম্ম,
উঠাহে কৰ্ম্মবীৰ।

সবাৰ মুখত হাঁহিৰ নিজৰা,
যি দেশৰ ৰূপ মুনি মনোহৰা,
নহবতো হ'লে শক্তি পাহৰা,
হ'বতো লাগিব স্থিৰ।

উঠাহে উঠাহে শক্তি সাধক,
জাগাহে জাগাহে দেশৰ যুৱক,
তপত শোণিত শিৰে শিৰে বক,
উঠাহে কৰ্ম্মবীৰ।

স্তম্ভিত কৰি নিখিল বিশ্ব,
উঠাহে জাগাহে শক্তি শিষ্য,
কোনোতো নহয় নীচ উচ্চ,
সকলো সমান বীৰ।

যুৱক তুমিতো নহয় ক্ষুদ্ৰ,
সকলোটি মাথো অমৃত পুত্ৰ
যোৰোৱা পুনৰ মঙ্গল সূত্ৰ
মাতৃ পূজক বীৰ।

পশুৰ বৃত্তি আৰাধি, ৰক্ত—
কৰিছে পাত কতযে ভক্ত,
বিচাৰি মহান মিলন তত্ত্ব
ওলোৱা পুণ্য বীৰ।
গ্ৰহ নক্ষত্ৰ চন্দ্ৰ সূৰ্য্য,
বজাই পিতাৰ বিজয় তূৰ্য্য
প্ৰকাশে মিলনে বিশ্ব স্থৈৰ্য্য,
সিদৰে তুমিও স্থিৰ।
একতা পাশেৰে হৈ আবদ্ধ,
কৰাহে সমস্ত বিশ্ব স্তব্ধ,
উচ্চাৰি মন্ত্ৰ সত্য শুদ্ধ,
আগুৱা কৰ্ম্মবীৰ।
যাৰ ইঙ্গিতত ব্ৰহ্মাণ্ডৰ স্থিতি,
গ্ৰহ নক্ষত্ৰৰ নিপিচলা গতি,
সেই দয়াময় পদে কৰি নতি,
আগবাঢ়া কৰ্ম্মবীৰ
তুমি ধীৰ, তুমি স্থিৰ, তুমি যে গম্ভীৰ।

———

১৯২৫
১১ জুন, টীয়ক

# শ্মশান

সংসাৰ বিৰাগী সৰল বৰাগী সংসাৰত তাৰ ফুৰাৰ ঠাই ;
পৰৰ বুলিও নকয় লোকক দুবেলা দুমুঠি অভাৱ নাই।
দেখিলে বৰাগী অনুমান হয় কোনোবা ভীমৰ আপোন নাতি ;
কথাত লাগিলে ক'বকে নোৱাৰি নহয় এওঁযে ব্যাসৰ জাতি।
বৰাগীৰ গাত মিৰজাইচোলা ওলমি পৰিছে চিৰিলি ফটা ;
কোনোবা কলীয়া মুগাৰচুৰিয়া ককালত টঙ্গালি টানকে আঁটা।
ফুলাম গামোচা কাণত পেলাই ককালত খোচে
ভোলোঙ্গা খনি ;
গেৰুকা তামোলৰ লাখুটি হাতত ডিঙিত ওলমি পৰিছে মণি।
বুঢ়া বৰাগীৰ চকুৰ তেজত এতিয়াও হ'ব খাণ্ডৱ দাহ ;
এলাপেচালোকে বৰাগী ওচৰ চাপিবলকে নেপায় সাহ।
চিন্তাৰ ৰেখাই বহল কপাল চপাব খুজিছে পৰাগে নাই ;
ভয় কাক বোলে নেজানে সমূলি এতিয়াও পালে ৰণলে যায়।
বুঢ়াই কয় লোকৰ আগত মহাভৈৰৱৰ শিষ্য তেওঁ ;
শ্মশানত থকা বৰাগী দেখিয়ে সকলোটিয়েই সদাই সেও।

এদিন বুঢ়াক সুধিলো বিনীতে শ্মশানত থকা অৰ্থনো কি ;
শ্মশানত থাকে ফকীৰ সন্ন্যাসী কৌপিন ককালত পিন্ধিব যি ?
বুঢ়াই মাৰিলে মিছিকীয়া হাঁহি সকলোটি আহিং চাপিলে কাষ
ভাল কথাটোকে সুধিছ বোপাই তইহে মাথোন পাইছ আশ।
চাৰিদিশে তই দেখিছ যিদেশ গোটেই খনেই শ্মশান মোৰ ;
ইয়াতেই থাকোঁ শ্মশান বৰাগী তইঁত কোনেও নাপাব ওৰ।
শুনচোন বাক ঠৰ লাগিবৈ চিতাৰ জুইযে মুমুৰা নাই ;
গুমগুমনি উঠিছে চৌপাশে ডাওৰ মূৰৰ মগজু খায়।
এই শ্মশানত এজাতি আছিল সাহ পিট যাৰ তুলনা নাই ;
এতিয়াও জুয়ে পুৰিব লাগিছে অলপতে কিন্তু মুমাব হায় !

যেতিয়া সকলো কেচুৱা আছিল গাভৰু আছিল
মোৰেই দেশ ;
মুনি মনোহৰা আছিল তেতিয়া পৰুনেহে যাৰ মেলাই কেশ।
নৈ পাৰে পাৰে পৰ্ব্বতে পাষণ্ডে বীৰৰ জাতিয়ে বীৰৰ গান—
প্ৰতিধ্বনি তুলি গাইছিল কত কিযে আপোন পাহৰা তান।
জননীৰ হায় কঁপিছিল বুকু গৰৱী পুত্ৰৰ সঙ্গীত শুনি ;
প্ৰত্যেকটিয়েই উৎসাহী উদ্যোগী প্ৰত্যেকটিয়েই পৰশ মণি।
টীয়ক পৰীয়া চিন্তামনিগড় তাৰ কাষতে মোৰো বহা ;
এতিয়াও পাবা বিচাৰিলে চিন গড়টি যদিও এফাল খহা।

পিতা মোৰ আছিল টীয়কীয়া ডেকা গড়ৰ ৰখীয়া সেনাৰ পতি ;
নিৰ্ভীক বিশ্বাসী দেখি ডাঙৰীয়া  কৰিলে আদৰ সাদৰ অতি।
পূৰ্ণানন্দ গোহাই দেউতা উদ্দেশ্যে মই দোঁৱাও শিৰ ;
সুন্দৰ সুঠাম পুৰুষসিংহ গম্ভীৰ ভাবুক যুজত থিৰ।
পথীয়ে যেনেকৈ ডোকাৰ আঁৰত পোৱালিক ৰাখে যতন কৰি ;
নিছলী অসমো পূৰ্ণানন্দ বাহুৰ তলত আছিল পৰি।

মোৱামৰীয়াৰ অগনি জ্বলিল দেশত অকনো শান্তি নাই ;
মান ৰাহু আহি মেলিলেহি মুখ ক'লে যে দুখে নধৰে হায়।
'দুখৰে উপৰি দুখ ঐ মইনা দুখৰে উপৰি দুখ ;'
সুখ সুখ বুলি সংসাৰ বলিয়া কতো যে নিমিলে সুখ।
বদনে ভাঙিলে মৰমৰ ফুলনী বলিয়া দঁতাল মেলি ;
কোন নৰকত অনন্ত কাললৈ আছগৈ বদন গেলি।
বীৰৰ বাহিনী অসমৰ গ'ল মানৰ লগত সমৰ কৰি ;
কোনোবা পলালে দূৰ দেশলই লৰাছোৱালীৰ হাতত ধৰি।
যুজিব নোৱাৰা পলাব নোৱাৰা আধামৰা যত নিষ্কৰ্মা দল ;
হাবিবননিত চুকেকানে পৰি কথম্‌পি জীৱন ৰখাই ৰ'ল।
অসমৰ ফুলনিত তিতা লাও গজিলে কুলিগ'ল হুতুক থৈ ;
মানে পাতিলেহি অসমৰ স্বৰ্গদেউ মানৰে ফলীয়া কৈ।

**শঙ্খধ্বনি**

লাহে লাহে হায় চাই থাকোতেই কেনিবা কিবাটো হ'ল ;
আগলৈ পাছলৈ ছঁা এটি আছিল সিওযে কালত ওপঙি গ'ল।

কালৰ চকৰী ঘূৰিব লাগিছে ওপৰকে তল কৰি ;
ৰজাৰ পোৱালি অমুকা বৰাগী নোৱাৰো ৰাখিব ধৰি।
সউ'যে দেখিছা আন্ধাৰ আহিছে গোটেই আকাশ ছানি ;
গোটেই পৃথিৱী গিলি যে পেলাব লবতো লাগিব মানি।
আকউ ইদৰে পোহৰ আহিব বেলিটি যেতিয়া আছে ;
কৰ্ত্তব্য কোঁৱৰ সূৰুয দেৱতা কৰ্ত্তব্যকে লৈ নাচে।
কোনে জানে হায় কেতিয়া আহিব কিমান যুগৰ পাছত ;
অসমৰ ওপৰত পোহৰ পৰিব অসমো নাচিব লাহত।
এতিয়া এই ঘোৰ শ্মশানত সন্ধিয়া বেলিকা অকলে বহি ;
চাইছো হাঁহিছো হাত সাবটিছো সকলো যে হায় গৈছে খহি।
গুম্ গুম্ গুম্ শ্মশানৰ জুয়ে আপুনি পুৰিছে অসমদেশ ;
হায় হায় হায় কিনো বিপৰীত বাকী থকা ফেৰিও কৰিব শেষ।

গ'ল গুৱাহাটী চিনচাব নাই মাথোন এতিয়া কঙ্কাল সাৰ,
ৰাজ তোৰণৰ শিৰত এতিয়া বিজয় নিছান উৰিব কাৰ ?
সেই তো নিছান নাই আজি তাত পৱনে গোপনে চুমিব কাক,

বাটকে এৰিলে সেইফালে আজি,

কোনোবা ফালেহে মাৰিলে পাক।

বৰনৈ খনি জঁয় পৰি গ'ল ভৰলু পাৰত সৈনিকো নাই,

উমানন্দ মহাভৈৰৱৰ ভৈৰৱ আহ্বান নিজমে হায়।

লুইতৰ সোঁতত উটিযা উটিযা উৰ্ব্বশী অপ্সৰা নেলাগে ৰ'ব,

অপ্সৰাৰ দেশ নহয় অসম ইন্দ্ৰই আকৌ ঘূৰাই ল'ব।

নীলাচলবাসী আই ভগৱতী কোনেনো তোমাক যোগাব পূজা,

যোৰাৰ ডাকত পূজাৰ সম্ভাৰ পঠিয়াব কোন এতিয়া ৰজা?

থোৱা মহাদেৱ তোমাৰ ত্ৰিশূল জিৰণি লক ক্ষন্তেক কাল,

থোৱা আই ভৱানী কামাখ্যা গোসানী

সদাই শোণিত নহয় ভাল।

বানৰ জীয়ৰী উষা সুন্দৰীৰ অতি মৰমৰ গুৱনি দেশ,

আজি শোণিতত অসম তোমাৰ অস্তিত্ব সকলো হইছে শেষ।

কেতিয়াযে কোনে বহিব পূজাত মহাভৈৰৱক আপোন কৰি,

ভাবিলে দুখতে দুখ আনি জাপে চকুৰ লোতক পৰিব জৰি।

হয়গ্ৰীৱ মাধৱৰ গ্ৰীবা সঞ্চালন থক কত যুগ নিজম পৰি,

কুণ্ডীলৰ নাম পাহৰি পেলোৱাঁ নানিবা মুখত নথবা ধৰি।

গড়গাঁও নগৰৰ চিন মাত্ৰ আছে অলপতে সিও নোহোৱা হ'ব

ছমুনীয়া এটি আছে এতিয়াও সিয়েহে মাথোন সদায় ৰব।

সেই হুমুনীয়া বায়ু বোকোচাত উঠি ঘূৰি ফুৰে নেদেখা হৈ,
শ্মশান বাগী শুনো মাথোঁ মই ভাবিম যেতিয়া ক্ষন্তেক বৈ।
কাৰেঙৰ চিপাহী চন্তৰী বুলি মাথোন বনৰ জোপাই সাৰ,
ৰজাৰ চৰাত গৰখীয়া লৰা নোম যে হায় শিয়ৰে গাৰ।
গান্ধকলাইৰ সুন্দৰ গোন্ধত আছিল যিঠাই আমোলমোল,
চাপিব নোৱাৰা তাৰ কাষ আজি কিহৰ গোন্ধত যাবা যে ভোল
নাই জয়ঢোল শঙ্খ মৃদঙ্গ সৌমাৰ ভূপৰ প্ৰতাপ-ঘোষী,
জিলিৰ মাতেই সাৰ আজি তাত পথিক জনৰ শ্ৰৱণ-তোষী।
নগৰৰ নাই শাৰী শাৰী ঘৰ ফুকন গোঁহাই পৰীয়া দল,
ডাঙৰ গছেই ডা-ডাঙৰীয়া হাবিয়ে জানিবা বাহৰ হ'ল।
চোমদেউ গ'ল আকউ উলটি সোনৰ জখলা দালিত ধৰি,
চুডাংফা ৰজাৰ লক্ষ্মীনাৰায়ণ আছে বা ক'ৰ মাটিত পৰি।

গড়গাঁও নগৰত হেজাৰ হেজাৰ যুঁজাৰু পাইকৰ অন্ত হ'ল,
মহা পৰাক্ৰমী সেনাপতি দল শ্মশানত সৌ আহুতি গ'ল।
একোটি সৈনিক বীৰ অৱতাৰ সৌমাৰ ভূপৰ গৌৰৱমণি,
সকলো কামতে সদায় আগত এশটা গুণত সকলো গুণী।
সোণ বৰণীয়া মুগাৰ চোলাৰে আবৰে সুন্দৰ সুঠাম দেহ,
আই সকলৰ ঘৰত কাপোৰ বোৱাৰ কামেই নহয় শেহ ;

ৰাতিতে কপাহ কাটিব লাগিব ৰাতিতে কাপোৰ লাগিব ব'ব :
তাকে পিন্ধিলেহে অসমৰ ৰণুৱা তুমুল ৰণত বিজয়ী হ'ব।
মূৰত আছিল অঁতিকৈ সুন্দৰ কুহুম বৃলীয়া মথুৰা পাগ,
কঁকালৰ টঙালি টানি মাৰিছিল যুঁজৰ বেলিকা সদাই আগ।
হেংডান্ খনি দেৱতাৰ দান হাতত লৈছিল সদাই তুলি,
দুখীয়া হ'লেও প্ৰৱলে তাৰ চুবয়ে নোৱাৰে এডালি চুলি।
আহোম সেনাৰ হেংডান যেতিয়া বিজুলী চমকত চমকি জ্বলে,
অগণিত কত শত্ৰু সেনানী ৰবকে নোৱাৰে জীৱনো গ'লে।

আজি ৰংপুৰ শোকপুৰ হ'ল কাৰেও দেৱাল ভাগিযে গ'ল,
ৰংঘৰ গুছি পথাৰৰ টঙ্গি হেৰোৱা কালৰ চিনটি ৰ'ল।
ইয়াৰ পৰাই তেতিয়া এদিন দুৰ্দ্দিন যদিও আছিল দেশ,
ইংৰাজ সেনাক কত শলাগিলে যুদ্ধত দেখি অক্লান্ত ক্লেশ।
জয় সাগৰৰ পুখুৰিটো আছে সতীৰ মহিমা কীৰ্ত্তন কৰি,
নাই কিন্তু তাত আগৰ বিভৱ কালত সকলো গৈছে মৰি,
জয়দ'ল হায় নীৰৱ নিছলা বিগ্ৰহ্ পূজাৰী কোনোটি নাই,
বিষ্ণুৰ আৰতি নাই তাত আজি বনগীত এফাঁকি পথিকে গায়!
জয় সাগৰৰ পাৰত এনেয়ে শোকৰ বাতৰি বতাহে কয়,
তাতে পঠিকৰ বনগীত ফাঁকিয়ে সকলোটিকে পেলায় জয়।

শঙ্খধ্বনি

শিৱমন্দিৰৰ সোনৰ কলচী তিষ্ঠিব আৰু কতনো কাল,
সোনৰ কলচী কিয়নো লাগিছে শিৱৰ ককালত বাঘৰ ছাল।
শিৱসাগৰৰ নাচনি পানীত দ'লৰ ছাঁটি এতিয়াও নাচে,
শ্মশানৰ বৰাগীক কাল বিঘিনিয়ে পাৰ্থক্য এটি সদাই যাচে।
ওচৰত পৰি আছে বৰতোপ আজি তাৰ নাই ভীষণ মাত,
এলাহে ভাগৰে পৰি পৰি আছে এৰা পৰি শেষ কালৰ হাত।

অতিকে অভাগী যোৰহাট নগৰ মহাশ্মশানৰ ইয়াতে শেষ,
সঞ্চিত সকলো ইয়াতে অন্ত মেথাকিল হায় চিনৰো লেশ।
ইয়াৰ মাটিতে মূৰৰ মাণিক মণিৰাম মৰণে মলণ্ডি পৰে,
পিয়লিৰ পিৰঠি পিৰিকি পিছলা
কথাত লোতক আপুনি জৰে।
সিদিন এদিন বেজাৰৰ দিন যিদিন ৰজাৰ দণ্ড গ'ল,
যোগেশ্বৰ কোঁৱৰে পিতৃপুৰুষৰ হেংডান এৰিব লগীয়া হ'ল।
অসমৰ আকাশত দেৱতাই কান্দিলে
গছৰ ডালত বিনালে পখী,
লুইতৰ সোঁত উভটি বৈ গল পৰ্ব্বতৰ লগত বন্ধাই সখী।
অসম ৰজাৰ ছশ বছৰীয়া লখিমী গল বিদায় লৈ,
অকলে মাথোন শ্মশান খনত আধামৰা এটা কঙ্কাল থৈ।

অসমৰ ছিৰি ৰজাৰ লগতে কোনোবা দেশলে বিদায় ল'লে,
দুৰন্ত বতাহে মাথোন কাণত মৰিশালি বুলি জনাই থ'লে।

অসম দেশত অসমীয়া কথা নুবুজা কতযে লোকৰ বাস,
কেতিয়া কৰিব কোনেনো বুজিছে গোটেই অসম অস্তিত্ব গ্ৰাস।
সেইহে কৈছো মাত সাৰি গ'লে সকলোটি যাব নেথাকে চিন,
সাজুহোৱা নতু আহিছে সৌৱা মহাপ্ৰলয়ৰ ভীষণ দিন।

উঠক আকৌ মহা ভৈৰৱৰ বেদিত মহা ভৈৰৱ তান,
তাণ্ডৱ নৃত্য কৰা মহাদেৱ জাগক সুপ্ত অসম প্ৰাণ।
হাতত ত্ৰিশূল ৰুদ্ৰ অৱতাৰ ককালত ওলমে বাঘৰ ছাল,
সেইহে ৰূপেৰে জগাব পাৰিবা তেহে যদি ভাগে টোপনি জাল,
এলাহ ভাগৰ হিংসা কপট সকলোৰে হক প্ৰলয় আজি,
উঠাহে ভৈৰৱ উঠা এটিবাৰ লগতে উঠক অসম সাজি,
আই ভগৱতী কামাখ্যা গোসানী পাষাণ তোমাক পূজাতো নাই,
তোমাৰ ৰক্ষিত এটি জাতি আজি সমূলে কেনেকে ধ্বংস পায়,
যেতিয়া আহিলে ৰামসিং ৰজাৰ সাগৰ সঙ্কাশ সেনাৰ দল,
তুমিয়েহে দিলা সৈনিক প্ৰাণত বিশ্ব বিজয় কৰাৰ বল।
আজি উঠা এটিবাৰ পৃথিবী কঁপাই যক ফাটি নীলাচল,
দুখীয়া নিছলা অসম বাসীয়ে কণিকা মাত্ৰ লভক বল,

হয়গ্ৰীৱ মাধৱৰ গ্ৰীৱা সঞ্চালন আকৌ এবাৰ মাথোন হক,
মুখৰ মাতত যত শত্ৰুদল স্তম্ভিত হৈ দূৰতে থক।
অসমত যত পৰি পৰি আছে নীৰৱ নিমাত হিলৈ ৰাশি,
আপুনি প্ৰলয় হুঙ্কাৰে গাজক সকলো ভাগৰ পেলক গ্ৰাসি।
গছে গছে গক কুলি কেতেকীয়ে অসম দেশৰ গৌৰৱ গান,
গায়ক কবিয়ে শত গৌৰৱৰ উজাৰি তোলক গভীৰ তান,
পূজাৰী বহক পূজাৰ বেদীত জাতীয় ধৰ্ম্মত দিয়ক মন,
সদাগৰ গৈ দেশে বিদেশে চপাই আনক হেৰোৱা ধন।
প্ৰাগ্‌জ্যোতিষৰ পুৰণি গৌৰৱ আনক আকৌ বিদ্যাৰ্থী দল,
উৎসাহ আহক কামৰ লগত বাঢ়ক অসম প্ৰজাৰ বল।
নহলে শ্মশান পূৰ্ণ-শ্মশান আৰু অলপতে হয়হে লাগে,
যোৱাঁহে যুৱক যোৱাঁ দিশে দিশে কৰাহে কৰ্ম্ম আপোন ভাগে

সমগ্ৰ বুকুৰ ৰক্ত উথলি দেশত আহক জাতীয় প্ৰাণ,
পৰ্ব্বতে পাষণ্ডে মুখৰিত কৰি ফুটক মুখত জাতীয় গান;
নিজৰ স্বত্ব নিজৰ দেশত কৃষকে লক বলেৰে আনি,
অন্ত পৰক দুখীয়া জনৰ ৰক্ত শোষণ জাতীয় গ্লানি;
লক্ষ হৃদয় মিলক আকৌ জাগক দুৰন্ত শক্তি ঘোৰ,
মুখত ফুটক আনন্দৰ হাঁহি গুচক অলেখ যাতনা কোৰ।

আহাঁ অসমৰ শক্তি-স্বৰূপা সতী সাধ্বী মাতৃ জাতি,
সজোৰাঁ তোমাৰ দেশৰ সৈনিক অপোন হাতেৰে কপাহ কাটি।
বিজয়ী পুত্ৰ,তোমাৰ গৌৰৱ তোমাকো লাগে তাকেহে আই,
সজাই পঠোৱা বিক্ৰমী-সেৱক গোটেই জগতে থাকক চাই।

নীৰৱ ৰবাগী ফোঁপনি উঠিল চকুপানী হায় দুধাৰি ব'লে,
অন্তৰত বৰ আঘাত পাইহে এই দুষাৰিকে ফুটাই কলে।
শ্মশানৰ ৰবাগী কোনোবা ফাললৈ লাহে লাহে গুছি গ'ল
পুনৰ এই অসম ভূমিত জীৱন্ত জাগ্ৰত উৎসাহ ৰ'ল।
আহাঁ আহাঁ আজি মিলন-মন্দিৰে যতেক ব্যগ্ৰ সেৱক দল,
শতেক যুগৰ এলাহ ভাগৰ, জোকাৰি পেলাই বান্ধাহি বল।

১৯২৫

ছেৎপেটৰৰ, কলিকতা।

—০—

# সৈনিকৰ আক্ষেপ

অৱশ পৰাণ আৰু নোৱাৰোঁ যুঁজিব,
জীৱনৰ মায়া আজি শেষ ইমানতে,
মাৰ যায় চাঁওতেই কাল সাগৰত,
অসম গৌৰৱ ৰবি স্বাধীনতা ধন।
এয়েনেকি পৰিণাম গৃহ কন্দলৰ,
নির্দ্দোষীৰো তাৰ বাবে এনুৱা বিলাই,
শৰীৰ ৰাঙলী তেজে তথাপি নমৰো,
কি পাপৰ বাবে দেখোঁ নিজ চকুৰেই,
ৰজা প্রজা সকলোৰে দোৰ্ঘোৰ লাঞ্ছনা।
সপোন দিঠক মই নেজানো একোকে,
মতিভ্রম আজি মোৰ যুদ্ধৰ ক্ষেত্রত,
মৰণে শৰণদি যুঁজি অসমীয়া,
উটালে ৰণৰ ক্ষেত্র তপত তেজেৰে,

কতদেশ দেশান্তৰ পাৰহৈ আহি,
মহাবীৰ সেনাদল শিখ পাঠানৰ,
পাহৰি আপোন ভূমি ৰাখি নিজমান,
পৰি ৰল শোনিতৰ জয়মাল্য পিন্ধি,
দুৰ্ভাগিনী অসমৰ ৰণৰ ক্ষেত্ৰত।

হেৰৌ পিশাচ মান কাৰৌ কৰিছোঁ,
আছ যদি আহচোন কোনো কৰবাত,
জীৱন ৰখাই এই পৰাধীন অসমত,
শুদ্ধ আত্মা কলঙ্কিত নকৰিবি মোৰ ?
এবাৰ এখোচ মাৰ পাতি দিছোঁ বুকু,
মহাপাপ আত্মহত্যা নোৱাৰো কৰিব,
কি সতেৰে চাম মোৰ ভাই বন্ধুবোৰ,
পৰপদ দলনত হাহাকাৰ কৰা। -
হিংস্রক পশুৰ দৰে মান ৰাহু আহি,
গিলিছে চাৰিও পিনে অসমীয়া প্ৰজা,
অজলা প্ৰজাৰ হায় কি গতি সাধিলোঁ,
এয়েনে কৰ্ত্তব্য মোৰ সৈনিক স্বৰূপে।
আধামৰা আধাজীয়া মিছাতে সৈনিক
মিছাতে প্ৰজাৰ ৰক্ত কৰিলো শোষণ,

চাই আছোঁ একেথৰে চকুৰ আগতে,
সোনৰ অসম ভূমি পুৰি ছাৰখাৰ।

স্বৰ্গদেৱ চন্দ্ৰকান্ত! বৰ পৰিতাপ,
মৃত্যুৰ আগত হায় নেদেখো তোমাক;
অন্নদাতা শান্তিদাতা ৰজা অসমৰ,
কি বিলাই হ'ব আজি শত্ৰুৰ হাতত।
আছেনেকি এনেপুত্ৰ হে আই অসম?
যি জন নমৰে তাৰ ৰজাৰ কাৰণে,
পাৰিব বৰিব নিজে আনন্দে যিজনে,
প্ৰবল বিদেশী জাতি ৰাজ কাৰেঙত?

কোন নৰকত হেৰ পচিছ বদন?
চাহিচোঁন অসমৰ কি হ'ল বিলাই;
অন্ত তোৰ নৰকৰ শাস্তি কেতিয়াও
নহয় নহয় হেৰ জন্ম জন্মান্তৰে।
খ্যাতি ৰল জগতত চিৰকাললই
অসমৰ ৰাহু হ'ল বদন ফুকন।
স্বাৰ্থ অন্ধ স্বাৰ্থ লোভী বদনৰ হকে,
নৰনাৰী অসমৰ জীয়াতে মৰিলে।

গৰ্ভিনীৰ গৰ্ভ চিৰি গৰ্ভপাত কৰি,
যেতিয়া ৰাক্ষস মানে আনন্দ লভিলে,
নিসহায় অসমৰ লৰা ছোৱালীক,
নিসঙ্কোচে জীয়াজুইত যেতিয়া পেলালে,
বুঢ়া ডেকা তিৰী লৰা নিৰ্ব্বিশেষ কৰি,
নুশুনা নজনা শাস্তি যেতিয়া বিহিলে,
শুদ্ধ আত্মা শুদ্ধ মনা সতী তিৰোতাৰ,
যেতিয়া অসভ্য মানে সতীত্ব নাশিলে ;
এনেকষ্ট উপভোগ কৰোতে তেতিয়া—
নিৰ্দ্দোষীৰ অন্তৰৰ অভিশাপ বোৰে ;
সত্যে সত্যে পৰশিছে ৰাক্ষস বদন,
নোৱাৰ সাৰিব তই জন্ম জন্মান্তৰে ।
মানৰাহু একেদশা তোৰো কপালত,
অতিদৰ্পে লঙ্কা ধ্বংস জানিবি নিশ্চয় ;
কৰবাৰ পৰা যেন আকাশী বাণীয়ে,
কয় আহি কাণে কাণে নিফুট স্বৰেৰে,
'মানৰো একেই দশা, অসমীয়া'দৰে
বৰ্ব্বৰৰ স্বাধীনতা নোৱাৰে তিষ্ঠিব ।'

স্বৰ্গদেৱ চক্ৰধ্বজ আৰু লাছিতৰ,
নাইনে অলপো তেজ মোৰ শৰীৰত,
নাইনে বিক্ৰম সেই শৰাই ঘাটৰ,
পৰাজিত অম্বৰৰ অধিপতি যত।
পৰাক্ৰমী ৰাজপুত মোগলৰ পৰাজয় ;
যি দেশত অসম্ভৱ সুম্ভৱে এদিন।
হায় কি কালৰ গতি বৰ্ব্বৰ মানৱ হাতে,
সি দেশৰ ৰজা প্ৰজা পৰাজিত আজি !
আজি সেনাপতি অৰ্জ্জুনৰ সাৰথি বিহীন,
গাণ্ডীৱ নোৱাৰে বলে মধ্যম পাণ্ডৱে।
জগত বিখ্যাত সেই শিখৰ বাহিনী,
পাঠান অমিত তেজা ভাৰত বিজয়ী,
সকলোটি হীন বল হাদিৰা চকিত ;
অসমৰ ৰক্ষা আজি নহল কোনোতে।

মিছাতে আক্ষেপ মোৰ অৰণ্য ৰোদন,
স্বৰ্গদেৱ মোৰ আজি শক্ৰৰ মাজত ;
পাৰোনে নোৱাৰো চাও সহায় যাচিব
বিপদ কালত মোৰ অন্নদাতা জনে।
এনে ভাবে ৰক্ষা আজি কৰিম ৰজাক,

সৈনিকৰ আক্ষেপ

বৰ্ব্বৰৰ অস্ত্রে যাতে নপৰশে গাত,
আত্মহত্যা পাপো আজি কৰি আচৰণ
ৰাজচৰণত মোৰ সপিম জীৱন।

জাগ হেৰ হৃদয়ৰ মহাশক্তি মোৰ,
ৰুদ্ৰৰূপে মানৱাহু ছাৰখাৰ কৰি—
স্বাধীনতা অৰ্ঘ্য দিও তাৰ তেজেৰেই,
অসমৰ শেষ ক্ষেত্ৰ হাদিৰা চকিত।
প্ৰাণ বিনিময়ে যদি পাৰো কৰবাত,
ৰজা প্ৰজা যাকে পাও কৰোঁ ৰক্ষা আজি,
কৰ্ত্তব্য সাধন মোৰ তেতিয়াহে হ'ব।
চন্দ্ৰ সূৰ্য্য গ্ৰহতাৰা শুনা সকলোৰে,
মৰণ কালৰ মোৰ শেষ আশাবাণী;
নুমাল যি স্বাধীনতা বন্তি গছি আজি;
অসমৰ যুদ্ধক্ষেত্ৰ হাদিৰা চকিত,
জ্বলাব জ্বলাব যেন অসম বাসীয়ে
অদূৰ ভবিষ্যে মোৰ জনম ভূমিত।

১৯২৪
৫ মে, মৰিয়নী।

---

# অতিথি

( গীত )

আগত অতিথি কুটীৰ দ্বাৰে

পূজাৰ সম্ভাৰ একোটি নাই,

চকু পানী টুপি ভগা বুকুখনি

অতিথি আদৰ তাকেহে পায়

পুৰণি কালৰ আদৰ সাদৰ

ভকতি মৰম প্ৰীতিৰ ভাব.

সকলোৰে আজি এৰি গল গুছি

শুকান ভাৰতে মৰুৰ চাব ।

কপট ভাৱেৰে পূৰ্ণ হল আজি
সমস্ত ভাৰত ওপণ্ডি গল,
খিয়লা-খিয়লি হাই-দন্দ-জালে
শান্তি-কুৱৰী আতৰি বল।
জাতীয় সম্ভাৰ সাহিত্য বিচাৰ
আজি ভাৰতত একোটি নাই,
পূৰ্ণ চন্দ্ৰ যেন ৰাহু মহাকালে
থিতাতে অস্ত কৰিলে হায় !
সাহিত্য প্ৰচাৰ ধৰ্ম্ম বিচাৰ
সকলোযে আজি পৰিল তল,
পেটৰ কাৰণে সকলো এৰিলে
তেও যে এমুঠি নোপোৱা হল।
শস্য পূৰ্ণ ভাৰত ভূমিত
পেটৰ সিধাটি পাবলৈ নাই,
ওৰে দিন খাটি হজুৱা ককায়ে
ডুসাজি ভিতৰে এসাজি খায়।
মলিন বদনা ভাৰত মাতৃ
মলিন যে আজি অসম আই,
আজি ভাৰতৰ সকলো মলিন
স্বাৰ্থ-অন্ধ সকলো ভাই।

মিছা লোভে পৰি মিছা আশা ধৰি
মিছাতে সকলো কৰিলে ক্ষয়,
স্বাৰ্থ আশাৰে মহাপাপী দলে,
সত্যক অসত্যে কৰিলে জয়।
যায় যক গুচি সকলো বিভৱ
ভয় অনৰ্থক নকৰোঁ আমি,
ভাৰতৰ সেই অতুল তপস্যা
আহিছে ভাৰতে পুনৰ নামি।
ভাৰতৰ আজি টোপনি ভাগিল
অসমে আজি বাঢ়িছে আগ,
স্বাৰ্থ তিয়াগি হিংসাদ্বেষ নাশি
জগত যুঁজত লোৱাহে ভাগ।
চক আজি ভাই গোটেই জগতে
উন্নতি পথত ভাৰত আই,
উঠা উঠা ভ্ৰাতৃ জগতৰ যাত্ৰী
সংসাৰত আৰু সময় নাই।
অসমৰ সেই পুৰণি কীৰ্ত্তি
দুগুণে উজলি আহিছে ভাই,
সভ্য জগতে বিস্ময়ে তবধে
তধা লাগি আজি থাকক চাই।

আহক অতিথি ধৰক সাদৰে
দুখীয়া জনৰ ভকতি ফুল,
বৰবুক আজি সহস্ৰ কণ্ঠে
জয় জন্মভূমি অসম বোল।
আহাহে ভ্ৰাতৃ আহাহে যাত্ৰী
আহাঁহে দৰিদ্ৰ আহাঁহে ধনী,
আহাঁ আজি সবে পুণ্য কুটীৰে
শুনাহি ইশুভ ঈশ্বৰ বাণী।
শুনাহি মন্ত্ৰ লোৱাঁহি দীক্ষা
লাঞ্ছিত প্ৰাণত জাগক জয়,
মনুষ্য সমাজে যোৱাঁ বীৰ সাজে
বীৰৰ সন্তান নাইহে ভয়।
পুৰণি কালৰ সত্য বৰষি
মোহা আজি যত পাপীৰ দল,
সনাতন ভাব আহক পুনৰ
যক ৰসাতলে পশুৰ বল।
স্বৰগ শান্তি নমোৱা ভ্ৰাতৃ
আহাঁহে সুপ্ত উন্নতি আই,
দিয়া তেজবল শক্তি বিশাল
জিনিম জগত ভয়যে নাই।

## শঙ্খধ্বনি

তৰিব লাগিব নতুন সৃষ্টি
ই সৃষ্টি ভিতৰে পুনৰ আমি ;
দেখাব লাগিব বিশ্বামিত্ৰৰ
ব্ৰাহ্মণ্য তেজ আহিল নামি।
ভ্ৰাতৃ বুকৰ ৰক্ত শোষণ
নাশিব লাগিব সমূলে আমি,
অপাৰ দুৰ্গতি গুচাব লাগিব
সকলো ভাইকে বুকলে আনি
পেলোৱা মনত পূৰ্ব্ব পুৰুষৰ
শৌৰ্য্য বীৰ্য্য স্বাৰ্থত্যাগ,
গৌৰৱ সমল শত বাহুবল
সকলো আমাৰ বাঢ়াহে আগ
আহক অতিথি আহাঁহে ভ্ৰাতৃ
মহামিলনৰ কুটীৰে এই
অতিথি আদৰি ঘনে উঠে বাজি
পুৰণিকালৰ গৌৰৱ সেই।

১৯২১
জুন, টীযক

# গোবিন্দকোঁৱৰ

লীন গল অনন্তৰ ফিৰিঙ্গটি এটি,
সূৰ্য্য দেৱো মাৰ যায় পশ্চিমৰ পিনে,
সেন্দুৰীয়া বোল ললে লুইতৰ পানী,
গম্ভীৰতে চঞ্চলৰ ঢউ খেলা খেলি।
প্ৰকৃতিৰ সাদৰৰ দুয়োটি সন্তান
ভৈয়ামৰ বৰনৈ সুনীল আকাশ,
কৰ্ত্তব্য কোঁৱৰ সূৰ্য্য ঘৰমূৰা দেখি
সাদৰেৰ আগবাঢ়ি ললেহি বুকত।
শাৰী শাৰী প্ৰকৃতিৰ বস্তি শিৰে লই
পৰ্ব্বতেও লাহে লাহে মাগিলে মেলানি
প্ৰকৃতিৰ দৰা যেন পৰ্ব্বত মণ্ডলি,
নাৰ্জিফুল মালা লৈ নিজৰ শিৰত,
এন্ধাৰ বিশ্বৰ ৰভা পোহৰাব বুলি
মেলানি মাগিলে কৰ্ম্মী মানুহৰ পৰা।

শঙ্খধ্বনি

বনৰীয়া ফুলনিৰ গন্ধ চুৰ কৰি
মলয়ায়ো চুমা দিলে বিশ্ব প্ৰেমিকক।

গুৱাহাটী নগৰৰ ৰাজ প্ৰাসাদত
সন্ধীয়া সূচক শঙ্খ বাজিলে ঘনাই,
লয়লাসে অসমৰ বিজয় পতাকা
ৰই ৰই মলয়াই উৰালে কঁপাই।
সন্ধীয়াৰ শঙ্খ শুনি প্ৰহৰী সকলে
নিজ নিজ কৰ্ত্তব্যত কৰিলে প্ৰয়াণ
চুলিমানো ক্ৰটী হলে নিজ কৰ্ত্তব্যৰ
স্বাধীনতা অসমৰ যাব পাৰে মাৰ।
নগৰৰ ভিতৰত মঠ মন্দিৰৰ
আৰতিৰ ধ্বনি উঠি ভেদিলে আকাশ;
ভাগৰুৱা পথিকক পুলকিত কৰি
ধূপ ধূনা গন্ধ আনি দিলে মলয়াই।

জয় জয় ময় ময় এনেয়ে নগৰ
তাতে আছি সসৈন্যেৰে ৰজা গদাধৰ
পৰাক্ৰমী মোগলৰ গতিবিধি চাই
বহুদিন ধৰি তাতে কৰিছেহি বাস।

সন্ধীয়া-আগত দেখি বিষয়া সৈনিক,
সোণালী সুযোগ এই অৱসৰ পাই
মুকলি আকাশ তলে মুকলি মনেৰে
লুইতৰ আনন্দত লৈছেহি ভাগ ।
মৃগয়াৰ আশা এৰি ৰাজ প্ৰতিনিধি
ৰাজ আজ্ঞা শিৰে ধৰি সোমাল নগৰ,
ৰজাক অপেক্ষা কৰি প্ৰহৰী সকলে,
নগৰৰ দুৱাৰত ৰল বাট চাই ।

সুপুৰুষ স্বৰ্গদেৱ ৰজা গদাধৰ
অশ্বাৰোহী বেশে আহি কৰিলে প্ৰৱেশ ।
এনেতে হঠাৎ তেওঁ দেখিলে পিচত,
খোলা তৰোৱাল লই গোবিন্ কোঁৱৰ ।
ওলোটালে ঘোঁৰা আৰু নেচাপি দুৱাৰ,
তৰোৱাল খুলি লৈ ধৰে গোবিনক
মিল যেন হল পুনু ভীম দুৰ্য্যোধন
অসমত গদা পৰ্ব্ব তৰি পুনৰায় ।
গোবিন্ অৱশ হল এৰিলে নিশ্বাস
খহি গল ৰক্ত-আশী খোলা তৰোৱাল ;

উদ্দেশ্য নহল সিদ্ধি, প্ৰতিজ্ঞা পূৰণ
গদাধৰ মহাবীৰ নহল বিনাশ।
ভাতৃ দ্ৰোহ দোষ মোৰ ক্ষমা কৰা বুলি
গদাৰ ভৰিত গৈ ধৰিলে কোঁৱৰে।
হাত ধৰি গোবিন্দৰ আঁকোৱালি ধৰি
দুখ ভাবে লাহে লাহে কলে গদাধৰ
"বিক্ৰমী বংশধৰ তুঙ্‌খুঙ্‌ ফৈদৰ
গোবিন্দ কোঁৱৰ নাম উপযুক্ত তোৰ
শত্ৰু ভাবে চাপিছহি গদাৰ ওচৰ
শত ধন্যবাদ তোক দিও মই তাতে ;
আহোমৰ সিংহাসন ৰক্ষাৰ কাৰণে
কৰিলি হেতেন যদি সহায় এবাৰ
দুই সিংহ লগে যদি থাকিল হেতেন
তৃণৰ সদৃশ হই কত শত্ৰুদল,
অসমৰ ৰণক্ষেত্ৰ একেবাৰে এৰি,
পলালে হেতেন আশা নকৰি ডুনাই।
শত্ৰুৰ লগত তই নেলাগে লাগিব,
নিজ দেশ স্বাধীনতা ৰক্ষা কৰ আহি।
উপযুক্ত সন্মানেৰে সোমাহি নগৰ
ৰাজভ্ৰাতৃ বুলি তোক সবে আদৰিব।"

"উপযুক্ত শিক্ষা মোৰ নহল সকতে,
ৰাজবংশে জন্মি সেয়ে হলো দেশদ্রোহী,
ৰাজহত্যা ভ্রাতৃহত্যা গুৰুহত্যা কৰি,
মহাপাপ আচৰণ কৰিলো হেতেন।
ক্ষমা কৰা ৰজাদেৱ সোমালো নগৰ
প্রাণ থাকে মানে মই দেশৰ কাৰণে
কৰিম সকলো মোৰ বিক্রম প্রয়োগ।"
গোবিনে ইয়াকে কই ভ্রাতৃসেৱা কৰি
ৰজাক আগত লৈ কৰিলে প্রৱেশ—
কুৰুক্ষেত্র সমৰত গদাযুদ্ধ এৰি
ভীম দুৰ্য্যোধন যেন সোমাল নগৰ ;
গৌৰৱত নগৰৰ বিজয় নিছান
স্বাগত সম্ভাষা কৰি উৰিলে পুনৰ
বাজিল মৃদঙ্গ শিঙ্গা হল তোপধ্বনি
আহোমৰ শক্তি হল দুই গদাধৰ।

: ১২৪
১ জুন, সাপেখাটী।

# আবাহন

স্বাগত বাণীৰ প্ৰেৰক মণ্ডলী

জন্মভূমিৰ আশাৰ থল,

স্বাগত উদাৰ যুৱক সন্ন্যাসী

যতেক ব্ৰ্যগ্ৰ-শিক্ষাৰ্থী দল।

প্ৰাগ্‌জ্যোতিষৰ পুৰণি কীৰ্ত্তি

উজ্জ্বলি উঠিছে পুনৰ ভাই,

শক্তি-পূৰ্ণ উদ্যোগী ভ্ৰাতৃ

সকলোকে নিজ বুকুত পাই।

(একে উদ্দেশ্যেৰে মিলিছে পুত্ৰ

মাতৃৰ মনত কিমান হৰ্ষ!

জাতীয় বুৰঞ্জীৰ নতুন আধ্যা

আৰম্ভিছে কিনো নতুন বৰ্ষ!)

কতনো আশাৰে ভৰপূৰ হিয়া

অদম্য উৎসাহ সাহসে ভৰা,

## আবাহন

আনন্দ. ফুলনি প্ৰাগজ্যোতিষত
ক্ষন্তেকে স্ৰজন শান্তি ধৰা।
মহান শক্তি নিজৰা জৰিছে
মুখত তোমাৰ সেৱক ভ্ৰাতৃ
সুন্দৰ মুখনি চাইছে আশাৰে
কতনো নিছলা সংসাৰ যাত্ৰী।
(মোৰ জননীৰ অজলা পুত্ৰৰ
স্নেহৰ বাতৰি বুকুত তুলি,
উচলি উচলি মহা আনন্দে
লুইতে সম্ভাষে হৃদয় খুলি।
(পুৱা সন্ধীয়াই কানত পেলাই
মঠ-মন্দিৰৰ গভীৰ মন্ত্ৰ,
পৱিত্ৰ আজানে শান্তি বোৱাই
প্ৰচাৰে পৰম পিতাৰ তন্ত্ৰ।
উলাহে বিলাহে মলয়া বতাহে
লৌহিত্য পৱিত্ৰ স্পৰ্শ কৰি,
শান্তিৰ সম্ভাৰ স্নেহ উপহাৰ
আছেহি তোমাৰ যোগান ধৰি।)
শান্তি জগাই প্ৰাণৰ মাজত
অসম কীৰ্ত্তি শবাই ঘাটে,

ধৰ্ম্ম জগাই দৌল দেৱালয়ে
টানিছে তোমাক পৱিত্ৰ বাটে।
ইয়াতে এদিন সুদিন যিদিন
বিধাতা পুৰুষে কৰিলে লক্ষ্য,
গ্ৰহ উপগ্ৰহ নক্ষত্ৰ আদিৰ
আবৰ্ত্তন কৰা নিজৰ কক্ষ।
বশিষ্ঠ মুনিৰ হোমৰ ধোঁৱাৰে
জুৰালে হৃদয় পৱিত্ৰ গন্ধে,
সুললিত কত ৰচিলে স্তোত্ৰ
দেৱৰ ভাষাত নানান ছন্দে।
ইয়াতে এদিন লাছিত ফুকনে
মোগল শক্তি কৰিলে ক্ষয়,
সৌৱা শৰাই ঘাটতে সিদিনা
লভিলে অসমে নভবা জয়।
স্বদেশ ৰক্ষাৰ কাৰণে সিদিন
স্নেহৰ স্বাৰ্থ ভৰিৰে ঠেলি,
কৰ্ত্তব্য আদৰ্শ লাছিত ফুকনে
নিজেই মোমাই দিলেহি বলি।
পৱিত্ৰ সুন্দৰ মুখত তোমাৰ
পৱিত্ৰ কণিকা মিলিছে চোৱাঁ,

সংসাৰ পৱিত্ৰ কৰম-ক্ষেত্ৰ
সত্যৰ সন্তান আগত যোৱা।
অসম মাতৃৰ শিৰৰ মুকুট
এনেয়ে নগৰ শৰাইঘাটী,
তাতেই আকৌ যুৱক সঙ্ঘ
কৰ্ত্তব্যই নিজে আনিছে মাতি।
জননীৰ হেবা আশাৰ কেন্দ্ৰ
মাতৃভাষাৰ মইনা তুমি,
সোৱঁৰালে তুমি সুৱঁৰিব সবে
পৱিত্ৰ ভাষাৰে পৱিত্ৰ ভূমি।
সুৱঁৰিব ভাই কবিতাৰে ভৰা
অসম প্ৰজাই অসম ভাষা,
তোমাৰ যহতে তোমাৰ কামতে
পূৰ হব ভাই মাতৃ-আশা।
অদূৰ ভবিষ্য গৰ্ভত নাচিছে,
উন্নত সৌৱা অসম জাতি,
সাহিত্য বুৰঞ্জী কাব্য বিজ্ঞানে
অসম ভূমি পেলালে ছাটি।
সেই পট খনি গুছাব লাগিব
যুৱক তুমি আনতো নাই,

ভবিষ্যত থকা সোনোৱালী যুগ
চপাই আনিব লাগিব ভাই।
অসমৰ এই সিংহদুৱাৰে
সোমাইছে চোৰা নতুন ভাব,
পুৰণিত আকৌ নতুন ভাবৰ
নতুন যুগৰ পৰিছে ছাব।
দুৱৰী প্ৰহৰী সকলোটি তুমি
ভাল বেয়া বছা তোমাৰ কাম,
কিমান দায়ীত্ব ভাবি চাবা ভাই
আশাত জড়িত তোমাৰ নাম।
নতুন পুৰণি মিলাব লাগিব
বিলাব লাগিব নতুন ধৰ্ম্ম,
নতুন যুগত নতুন আশ্বাসে
দেখাব লাগিব নতুন কৰ্ম্ম।
হৃদয়ে হৃদয়ে নতুন পোহৰ
বিলাই যুৱক তুমিয়ে দিবা,
সুপথ কুপথ সৰল বিশ্বাস
সকলোৰে তুমি সাৰথি হ'বা।
কত যে মহান্ ভাবৰ কেন্দ্ৰ
জাগ্ৰত উদাৰ যুৱক দল,

## আবাহন

কতয়ে পৱিত্ৰ আশাৰ চানেকি
হৃদয়ত কত সত্য বল।
সেই যে গোপন শক্তি ফেৰি
তোমাৰ বুকতে লৈছে থিত,
যিহঁৰ বলতে বিশ্বজুৰি
নামিছে নতুন ভাবৰ গীত।
যি গীতত মজি ব্ৰহ্মাণ্ড গোটেই
ওলট-পালট কম্পিত হয়,
যিহঁৰ বলত যুগ যুগান্তৰে
হয মঙ্গল সত্যৰ জয।
উচ্চাৰণ কৰি মঙ্গল মন্ত্ৰ
সত্যৰ ভাবত দীক্ষা লই,
আগুৱালে ভাই সকলো সম্ফল
বুৰঞ্জীয়ে চোৱাঁ সদায় কয়!
স্বাগত শান্তি স্বাগত ভ্ৰাতৃ
স্বাগত উদাৰ সন্ন্যাসী দল,
স্বাগত বিশ্বৰ পৰম পৱিত্ৰ
যুবা হৃদয়ৰ জাগ্ৰত বল॥

১৯২৪
জুলাই, গুৱাহাটী

# শৰাই ঘাটত

বাজক শোকৰ বীণা সপ্তমত সুৰ ধৰি,
তোলক ধমনী মোৰ আবেগত উষ্ম কৰি।
বই যক একেবাৰে দুধাৰি চকুৰ পানী
উঠক ই বিশ্বজুৰি সত্যৰ এষাৰি বাণী।
ছিগি যোৱা তাঁৰ আজি পুনৰ লগাই জোৰা
শান্তিতে উঠক আজি হৃদয় ই দহা-পোৰা।

নাচিছে মানস পট অনন্তৰ ছবি আঁকি,
ঘণে ঘণে খুন্দিয়াই হৃদয়ত জ্বলি থাকি।
কি আছিল কিবা হ'ল ভাৱনা মনত লই,
অথিৰ ই দেহ মোৰ কঁপিছে বিভোৰ হই।

## শৰাই ঘাটত

শীতল মলয়া বাই জগালে শৰাই-ঘাট
হঠাৎ শুনিলো কিয় করুণ কণ্ঠৰ মাত!
অপূৰ্ব্ব আকাশী বাণী নহয় সাদৰী মাত,
বিশ্ব জুৰি কয় তেওঁ নতুনত্ব নাই তাত।
অনন্তৰ পৰা সেই উঠিছে একেটি ধ্বনি,
সত্য শিৱ সুন্দৰৰ সেই মাথোঁ একে বাণী।

হিয়া ছৰি ফালি আজি কান্দ অ'পপীয়া মন,
চকুৰ পানীৰে উটি যক এই হাবিবন।
অৰণ্য ৰোদন বুলি কিয়লোকে হীন কৰে;
অন্য নহ'লেও কিন্তু চাব বিশ্ব খনিকৰে।
নেকান্দিলে পাবি কিন্তু এই বিষাদৰ ফল
আজীৱন শোকে তোক নিশ্চয় কৰিব ছল।

১৯২২
অক্টোবৰ, গুৱাহাটী

# কৰ্ম্মযোগী

ক্ষন্তেক অপেক্ষা কৰা!   কৰমী পথিক
ৰোৱা শুনা বিৰাটৰ মহা আবাহন,
যাবই লাগিছা তুমি কৰম পথত
তথাপিও ৰোৱা হেৰা ৰোৱা এখন্তক!
বিশাল কৰ্ম্মৰ সোঁত শুনা একেঠৰে,
আদি নাই অন্ত নাই বলিছে ধিয়াই,
অন্তক বিচাৰি যেন কোনোবা দেশত।
তুমিও তো কণা হেৰা মহা বিৰাটৰ,
তুমিও তো ভাগ ল'বা অনন্ত কৰ্ম্মৰ,
নোৱাৰা বহিব তুমি কৰিব লাগিব,
কৰ্ম্মৰ সোঁতত ভেটা নোৱাৰিবা দিব।
নৰ তুমি শ্ৰেষ্ঠ জীৱ জগত পিতাৰ,
কৰ্ম্মযোগী থাকা তুমি কৰ্ম্মত মগন—
উদ্দেশ্য সাধন কিম্বা শৰীৰ পতন।

সৌ য়ে বিহঙ্গ কুল আনন্দত বিয়াকুল.
কৰ্ম্মৰ সোঁতত চোঁৱা উটিছে ভাহিছে
খলকুনি লাগি লাগি কৰ্ম্ম সাগৰৰ—
আকাশত মৰতত অবিশ্ৰান্ত ভাৱে।
আহাঁহে পথিক থিৰ হৈ ঠিয় হোৱা তুমি!
কৰ্ম্মৰ সোঁতত তুমি নোৱাৰা উটিব।
বিহঙ্গ নহয় তুমি নোহা বনচৰ
উদ্দেশ্য লক্ষ্যৰ মাত্ৰ দাস হোৱা তুমি।
আকাশত ধ্ৰুব তৰা জ্বলে যেনেকৈ;
কৰ্ম্ম সাগৰৰ এক লক্ষ যে জ্বলিছে
সেই ফালে নাও মেলা নৰবা নৰবা,
পাৰি দিবা সোঁতে যাতে নোৱাৰে বুৰাব,
তোমাৰ ই নৌকাখনি কৰ্ম্মসাগৰত।
কৰ্ম্মযোগী থাকা তুমি কৰ্ম্মত মগন
উদ্দেশ্য সাধন কিম্বা শৰীৰ পতন।

কুৰুক্ষেত্ৰ সমৰৰ শ্ৰীকৃষ্ণ তুমি,
ইন্দ্ৰিয় অৰ্জ্জুনক ছলাবা ছলেৰে,
গাণ্ডীব এৰিব চাবা মতিভ্ৰম হই
গীতাৰ মহান মন্ত্ৰ শুনোৱা এবাৰ,

ভীষ্মই নোৱাৰে যাতে প্ৰতিজ্ঞা ভাঙিব
ৰথৰ চকৰি যাতে নেলাগে ডাঙিব,
সাৱধানে কৰমত আগ বাঢ়া হেৰা
ক্ষুদ্ৰ তৃণ স্বৰূপেৰে মুটিবা সোঁতত,
জন্মৰ যেতিয়া স্বত্ব কৰমী বৰত,
কৰ্ম্ম তুমি নিতান্তই কৰিব লাগিব ;
এনে ভাবে কাম কৰা শোভা পাই যাতে
জগত পিতাৰ সৃষ্টি শ্ৰেষ্ঠ মানৱক।
কৰ্ম্মযোগী থাকা তুমি কৰ্ম্মত মগন
উদ্দেশ্য সাধন কিম্বা শৰীৰ পতন।

সত্যত নিদিবা পিঠি তুমিও তো ভীম,
নাৰায়ণী অস্ত্ৰ দ্ৰোণ কৰক প্ৰহাৰ ;
নিজে নাৰায়ণ আছি সম্বৰিব বাণ,
ভয় নাই নাৰায়ণে শুনিব আহ্বান।
বিশ্বাস হীনৰ খেদাখাই মদিনাত,
নেৰেতো মক্কাদে ধৰ্ম্ম দন্দ জগতৰ,
ঘূৰি আছি পুনু সব তোমাৰ শৰণ,
আৰবৰ প্ৰজা যেনে মক্কাদ পাৱত।
উদ্দেশ্যৰ সফলতা বক্ষে ধৰি লৈ,

আজিও তো হজৰত জগতে জীবিত।
তুমিওতো সেয়ে এক পথৰ পথিক ;
তোমাৰোতো ইচ্ছা আছে উদ্দেশ্য সাধন ;
কৰ্ম্মযোগী থাকা তুমি কৰ্ম্মত মগন
উদ্দেশ্য সাধন কিম্বা শৰীৰ পতন।

সিদ্ধাৰ্থৰ ইচ্ছা সিদ্ধি পেলোৱা। মনত
মমতা মোহক যিটে কৰিলেহি জয়।
পেটৰ ভোকেও যাক নোৱাৰে ঘূৰাব
সিদ্ধি যিটো সিদ্ধাৰ্থৰ নহ'ল স্খলন।
অহিংসা পৰম ধৰ্ম্ম কৰিলে প্ৰচাৰ
পোহৰালে ভাৰতক গুছাই আন্ধাৰ,
যীশুৰ উদ্দেশ্য সিদ্ধি জীৱনৰ পণ,
শিষ্য যাৰ জুৰি আছে বহল সংসাৰ।
ধৰমৰ কৰমৰ উদ্দেশ্যৰ বাট,
সকলোটি সিদ্ধি হয় লক্ষ্য অনুসৰি
লক্ষ্য মাত্ৰ সিদ্ধি বস্তু ইহ জগতৰ
কৰ্ম্মযোগী থাকা তুমি কৰ্ম্মত মগন
উদ্দেশ্য সাধন কিম্বা শৰীৰ পতন।

বুকত অসীম সাহ বান্ধি লোৱা ভাই,
কৰমী পথিক তুমি কৰ্ম্ম সাগৰৰ,
উঠক হেজাৰ ঢৌ কৰ্ম্মসিন্ধু জুৰি
ঘূৰক পৃথিবী খনি নিজ কক্ষ এৰি।
প্ৰলয়ৰ মহাবান উঠলি উঠক,
বিশ্বজুৰি বজ্ৰপাত উপছি পৰক,
তথাপিও ভয় নাই নিৰ্ভয় পথিক
পুৰুষ পোৱালি তুমি পশুতো নহয়।
আতৰিব অন্ধকাৰ গুছিব গৰ্জ্জন,
সাগৰেও বুকু ফালি এৰি দিব বাট,
ভয় নাই সংসাৰৰ ঘাত প্ৰতিঘাত ;
নিজে নিজে আতৰিব সকলো বিপদ,
কৰ্ম্মযোগী থাকা তুমি কৰ্ম্মত মগন
উদ্দেশ্য সাধন কিম্বা শৰীৰ পতন।

১৯২৪, ২৫ জুন, টীয়ক।

— ——

# ডিমাপুৰ

এখোজ দোখোজ কৰি নগৰৰ ফালে
আহি আছোঁ। তথাপিও নুশুনিছোঁ। কিয়
নগৰৰ কোলাহল মৃদঙ্গৰ ধ্বনি
যুঁজাৰুৱে গোৱা সেই জাতীয় সঙ্গীত।
নগৰৰ কাষ চাপি আহিছোঁ। যিমান
নিমাত নিতাল দেখোঁ। সাৰসুৰ নাই।
ৰই ৰই মাতি মাথো বনৰ চৰায়ে
মতিভ্ৰষ্ট পথিকক দিয়ে সোঁৱৰাই,
অতুল যশস্যা ভৰা ডিমাপুৰ নগৰৰ
উটি গ'ল সকলোটি কালৰ সোঁতত।
কতকাল ধৰি হায় পৰি আছে এই
নগৰৰ চিনচাব ৰাজতোৰণৰ ;
পাহৰা কথাটি যেন দিছে সোঁৱৰাই
কছাৰি ৰজাৰ সেই অতুল বিক্ৰম।

আছেনেকি পৰিণাম কছাৰি জাতিৰ,
গৌৰবৰ ধ্বজা যাৰ আজিও জীৱিত ;
এধামৰা এধাজীয়া নিমাত নিতাল ;
বড়োৰ অস্তিত্ব আজি কিয় অসমত !
খণ্ড খণ্ড ডিমাপুৰ নগৰৰ শিলে
অতীত বুৰঞ্জী এক তুলিছে জগাই
লিখা আছে প্ৰত্যেকতে নেদেখা আখৰে
প্ৰৱল প্ৰতাপ সেই কছাৰি জাতিৰ।
আছেনেকি অসমত বংশ হিড়িম্বাৰ
বোৱা নাই শিৰে শিৰে তপত শোণিত
সুৱঁৰি পুৰণিস্মৃতি নিজ গৌৰৱৰ।

যদি তোৰ এতিয়াও নাই চকুপানী
তোৰ যোগ্য ডিমাপুৰ নহয় নহয়।
চিৰকাল আন্ধাৰত পচি থাক তই,
নেলাগে উঠিব আৰু মানুহ বোলাই।
সংসাৰৰ উঠা নমা লোকক দেখাই
নেলাগে থাকিব হেৰ প্ৰমাণ স্বৰূপে
জাহ যাহি ডিমাপুৰ নগৰতে আহি
নাম গন্ধ মাৰ যক চিৰকাল লই।

ডিমাপুৰ

আহ নতু হিড়িম্বাৰ বংশধৰ আজি
চাওক জগতে তোৰ যোগ্যতা এবাৰ
উঠা উঠা এনেদৰে জগতে জানক
যোগ্যস্থান ডিমাপুৰ কছাৰি জাতিৰ।

১৯২৪
৮ আগষ্ট, গুৱাহাটী।

---

# ৰুদ্ৰ বীণা

ক্ষুদ্ৰ পথৰ পথিকে হাতত তুলিলে ৰুদ্ৰ বীণা,
দীপক ৰাগিণী গৰ্জ্জি উঠিল স্বৰ্গ মৰ্ত্ত্য জিনা।'
ক্ষুদ্ৰ প্ৰাণেৰে সাধিব খুজিলে কত যে ভীষণ কাম,
ৰুদ্ৰক নমাই কৰিব বীণাই শূন্য কৈলাস ধাম।
পাহৰি শক্তি দয়াৰ ভিখাৰী সংসাৰী পথিকে তাৰ,
ক্ষুদ্ৰ হাতেৰে সেই দেখি ললে মহতৰ মহাভাৰ।
কোনো পথিকক ওচৰ চপালে ৰুদ্ৰ বীণাৰ তানে,
কোনোবা জন আতৰি পলাল আপোন আপোন মানে।

কিয়বা চাপিব সকলো পথিক ক্ষুদ্ৰৰ হাতত ৰুদ্ৰ বীণ,
তাৰকি সুৰত বিশ্ব নাচিব, বিশ্ব নহয় ইমান হীন।
সত্য যেতিয়া পিছলি পৰিব ৰুদ্ৰই নিজে বজাব বীণ,
তেতিয়া আপুনি জগাই তুলিব ক্ষুদ্ৰ প্ৰাণত ৰুদ্ৰ চিন

ক্ষুদ্ৰ পথৰ পথিকৰ হল মৃত্যু তুল্য দন্দ ঘোৰ,
দীপক ৰাগিণী তানত নিজৰ মুখত লগালে চিতাৰ যোৰ।
ক্ষুদ্ৰ আঙুলি তাৰত বুলাই দেখিলে আকাশ উলটি গল,
চন্দ্ৰ, সূৰ্য্য, গ্ৰহ,পৃথিবী কৰবা নক্ষত্ৰ কতবা বল।
আকাশক দিলে প্ৰেম আলিঙ্গন সাগৰে শূন্যত গৰ্জ্জি উঠি,
তৰাৰ মালা পিন্ধিলে ৰুদ্ৰ সূৰ্য্যৰ ৰশ্মি সূতাৰে গুঠি।
বক্ বক্ বক্ সাগৰৰ পানী উতলি উঠিল ৰাগিণী শুনি,
উতলা পানীত পৃথিবী বুৰিলে সমস্ত জীৱৰ প্ৰলয় গণি।
কক্ষচ্যুত কৰি ব্ৰহ্মাণ্ড আপুনি কৰিলে জগত সৃষ্টি,
পথিকৰ মূৰত নহল পুষ্প হল যে মাথোন ৰক্ত বৃষ্টি।
ৰুতক বলেৰে তলত পেলাই পথিক হল সবাৰে বৰ,
মনত ভাবিলে বিশ্ব গোটেই নিঃকিন এটি ক্ষুদ্ৰ ঘৰ।
চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, নক্ষত্ৰ সকলো পথিকৰ আজ্ঞাবহ,
আপোন ইচ্ছাৰে নোৱাৰে ঘূৰিব, ঘোষিব লাগিব তেঁওৰে যহ

কৈলাস, গোলোক, বেহেস্ত, স্বৰ্গ সকলোটি হল মাটিত লীন,
সকলোটি হল পথিকৰ প্ৰজা, সকলো যে হায় দৰিদ্ৰ দীন।

* * * * *

পথিকৰ হাত ভাগৰি পৰিল, নেভাগৰে কিন্তু বীণাৰ তাৰ,
সত্য তাৰ যে ৰুদ্ৰ বীণাৰ পথিকে কি তাক মনাব হাৰ।
অচেতন হল নিঃকিন পথিক ৰুদ্ৰ বীণাৰ প্ৰবল তানে,
পাৰে কি সহিব ৰুদ্ৰ বীণাৰ শক্তি তাৰ ক্ষুদ্ৰ প্ৰাণে।
অৱশ প্ৰাণৰ এলাহে ভাগৰে পথিকে আকৌ মেলিলে চকু,
দেখিলে পৃথিৱী আগৰ দৰেই বেজাৰে তাৰ ওপচে বুকু।
সূৰ্য্য চন্দ্ৰ আগৰ ঠাইতে অকণো গতিৰ সলনি নাই।
স্নিগ্ধ কিৰণ ঢালে দুয়োটিয়ে পৰম পিতাৰ মহিমা গায়।
আকাশ আছে আগৰ দৰেই, তৰাযো বাছে আকৌ ফুল,
তৰাৰ মালা পিন্ধোতা ৰুদ্ৰ মাথোন যে এটি মহা ভুল।
মাটিত হোৱা লীন সকলো স্বৰ্গ, গোলোক, বেহেস্ত পুৰি,
অনেক প্ৰাণীয়ে তাকে লক্ষ্য কৰি গৈছে দেখোন আকৌ লৰি

* * * *

ৰুদ্ৰ বীণাৰ ক্ষুদ্ৰ গায়ক স্তব্ধ হল ক্ষন্তেক কাল,
অহংকাৰৰ অজ্ঞান টোপনি এতিয়াহে তাৰ ভাগিল জাল।
কোনোবা পাৰৰ নেদেখা দেশত বাজীকৰ আছে দন্দ ধৰি,

পৰশি দন্দে ব্ৰহ্মাণ্ড ৰাখিছে ওলট পালট নোহোৱা কৰি,
যাৰ যত ঠাই আছে ভাগে ভাগে অকণো তাৰ অন্যথা নাই,
নীচ, উচ্চ সবাতে সমানে বিৰাজি সদাই নেচায়ো চাই।
সত্য তুচ্ছ কৰিব নোৱাৰে নাই যে কতো এনেটি বীৰ,
ৰুদ্ৰৰ বীণা হাতত তুলি নিজৰে কৰিব ছিন্ন শিৰ,
অহংকাবৰ অজ্ঞান আন্ধাৰে ছিডিলে এই বিশ্ব তান,
ক্ষুদ্ৰৰ প্ৰাণতো ৰুদ্ৰ জাগিব কণ্ঠত উঠিব সত্য গান।

১৯২৫
২২ ডিচেম্বৰ, কলিকতা।

# মোগল দূতৰ প্ৰতি লাচিত

অগণন মোগলৰ সৈন্য সেনাপতি,
উপস্থিত যুদ্ধক্ষেত্ৰ শৰাই ঘাটত :
ৰামসিংহ মহাৰাজ সেনাৰ নায়ক,
মহাবীৰ বংশধৰ অম্বৰ কুলৰ।
অসমৰ স্বাধীনতা লুপ্ত কৰো বুলি,
কতদিন যুদ্ধ কৰি অলেখ সেনাৰে,
সেনাপতি লাচিতক নোৱাৰি ঘটাব ;
মহাবীৰ ৰামসিংহে পাচিলে কটকী।
শিবিৰত সেনাপতি লাচিত ফুকন,
পালি সেনাপতি লৈ বহিছে মেলত,
উপস্থিত মোগলৰ দূত আহি তাতে,
পত্ৰ দিলে অম্বৰৰ বীৰ লাচিতক।

লিখা আছে অম্বৰৰ মহাৰাজে তাত,
তিনি লক্ষ টকা দিব লাচিত বীৰক,
দিয়ে যদি বিনা যুদ্ধে এৰি মোগলক
গুৱাহাটী জুৰি দেশ পছিম ফালৰ।
দুইকুল ৰক্ষা হেতু লিখিছে ৰজাই,
নহলে আহোম নাম লুপ্ত একেবাৰে,
ভীমৰ সদৃশ কত সেনাপতি আছি
উপস্থিত অসমৰ দুৱাৰ মুখত।
দূতক সম্বোধি বীৰে কলে ধীৰে ধীৰে—
'শুনা দূত, নমস্কাৰ জনাই ৰজাক
নিবেদন অনুৰোধ কৰা লাচিতৰ ;
অসমৰ স্বৰ্গদেউৰ বিষয়া লাচিতে—
ৰাজ আজ্ঞা কোনো মতে নকৰে লঙ্ঘন ;
সাগৰ সঙ্কাশ সেনা দিল্লী সম্ৰাটৰ,
যুদ্ধ কৰি মানাহাৰ কৰি দিব পাৰ।
অসমৰ স্বাধীনতা হৰিবৰ হকে—
আহক পৃথিবী সাজি নাই ভয় তাত,
জাতিৰ অস্তিত্ব বেচি পৰৰ পাৰত,
কোৱা দূত কি সাৰ্থক থাকিব ধৰাত' ?

'এনেয়েই শত শত সংসাৰী প্ৰবৃত্তি-
মানুহৰ ওপৰত কৰিছে শাসন,
তাতেই আকৌ যদি পৰৰ স্বাৰ্থত—,
লাগিব খাটিব যদি ক্ষুদ্ৰ এই দেহে,
পাত হব শৰীৰৰ ৰক্ত টোপাটোপে
ইমান যে অসহন মানুহৰ প্ৰাণে।
গুৱাহাটী এৰি দিলে মোগল সেনাক
অসম্ভৱ দেশ ৰক্ষা আহোম সেনাৰ।
ক্ষুদ্ৰ এই লাচিতৰ থাকোতে জীৱন,
জন্মভূমি বিদেশীক নকৰিছে দান।
মথি আহোমৰ সেনা মোগল সৈন্যই,
নৈ বিল গড আদি সমতল কৰি,
কৰক শাসন আহি শ্মশান ভূমিত।'

'জাতীয় অস্তিত্ব থাকে যেতিয়া জীয়াই,
লগে লগে বৰ্ত্তমান মানুহো জীবিত,
পাৰে কি তেতিয়া কোনে কৰে পৰাধীন ,
যদিওবা মুষ্টিমেয় অসমৰ প্ৰজা।
দেশত যিদিনা হব মানুহৰ শেষ,
যিদিনাত ৰংপাব মানুহ নামৰ –

## মোগল দূতৰ প্ৰতি লাচিত

দেশত যিবোৰ আছে শক্তিহীন জীৱ—
পৰৰ পদত সপি আপোন সকলো—
সাৰোগত কৰি লব পৰৰ সম্বল।

'যোৱা দূত নমস্কাৰ জনাই ৰজাক,—
কবা দুখী আজি দেখি লাচিত ফুকনে
অম্বৰ কুলৰ মণি ৰামসিংহ বীৰে,
ৰাজপুত গৌৰৱৰ কলঙ্ক স্বৰূপে,
নিজৰ অস্তিৰ বেচি পৰৰ পদত
ক্ষুদ্ৰ সেনাপতি ৰূপে শৰাই ঘাটত।
ধনেৰে কিনিছে ধৰ্ম্ম বীৰৰ জাতিয়ে,
শৰীৰত নাই যেন অকণিকে তেজ,
নিজৰ বিশ্বাস ৰক্ষা কৰিবৰ হকে,
শোভেনেকি কৰ দিয়া বীৰৰ জাতিয়ে' ?

বীৰৰ প্ৰকৃতি বুজা মোগলৰ দূতে,
অন্তৰেৰে লাচিতক কৰি নমস্কাৰ,
জনাই শতেক ধন্য অসম ভূমিক :
লাহে লাহে শিবিৰৰ হৈ গল পাৰ।

১৯২৫

২৫ নবেম্বৰ, কলিকতা।

# বীণৰ সুৰ

বাজ বাজ বীণ আকৌ এবাৰ
সুৰত মিলাই সুৰ,
এতিয়াও দিন আগত আমাৰ
সন্ধ্যাও নহয় দূৰ।
বীণৰ বিননি শুনি বাটকৰা
বাঢ়িব পাৰিব আগ,
বাটৰ জিৰণি বীণেই যোগাব
সুখৰো পাবযে ভাগ।
কোনোবা কালৰ স্মৃতিত বাগৰি
আজিও অমৰ বীণ,
মৰিব নোৱাৰে জ্বলিছে আকৌ
এই যে আহিছে দিন।

# বীণৰ সুৰ

প্ৰথম সৃজন বিশ্ব বিধাতৃৰ
সঙ্গীত কবিতা ৰাশি,
আকৌ আহিছে বীণৰ লগত
অজ্ঞান আন্ধাৰ নাশি।
সেইহে বীণাত আকৌ বাজিছে
পাহৰা সুৰৰ তান,
সেইহে নীৰৱ কণ্ঠত আকৌ
আহিছে নতুন গান।
সাহিত্যৰ কত সম্পদ গোটাই
বিনাব লাগিছে বীণ,
সপ্তম সুৰত আজিও বাজিছে
আদৰি সুখৰ দিন।
শুনা বা নুশুনা বীণৰ বিননি
অনন্ত কালৰ পৰা,
বাজিব লাগিছে যতদিন আছে
চন্দ্ৰ সূৰ্য্য তৰা।
পাৰ্থিব সুখৰ বোজা এঢলীয়া
নোৱাৰা সদাই ব'ব,
সেই দেখি বীণে একেটি কথাকে
চিৰ কাললৈ ক'ব।

বীণৰ বিননি শুনি উঠা সেই
কবিৰ নীৰৱ গান,
পৰশি কতৰ গভীৰ হিয়াত
পুলকিত কৰে প্ৰাণ।
নীৰৱে কতই কৰে আৰাধনা
সঙ্গীত কবিতা দেবী,
গোটেই জাতিৰ নামত সঙ্কল্প
কৰিছে সাহিত্য-সেৱী।
নোৱাৰা বুজিব বীণৰ বিননি
সাহিত্যৰ গুণ গান,
এইহে মাথোন জাতীয় সম্বল
এয়েহে জাতীয় প্ৰাণ।
উন্নতি পথত পাৰা আগুৱাব
শুনি সি একেটি তান,
ইয়াতে নিহিত সকলো তোমাৰ
জাতীয় গৌৰৱ গান।
বলিয়া নহয় কবি সাহিত্যিক
নহয় জাতিৰ বোজা,
সমস্ত বিশ্বৰ সত্যৰ দোকানী
পাবা যিহকেই খোজা।

অনন্ত কালৰ · সকলো সত্য
একে গাথনিৰে গাথি,
লিপিছলা কৰি চিৰকাল ধৰি
আছে তোমালকে ৰাখি।
আগত সাহিত্য পাচত শক্তি
বুৰঞ্জীৰ মহাবাণী,
সেয়েতো বীণে · ক'বই লাগিছে
বহুকাল ধৰি জানি।
সঙ্গীত কবিতা মহা শক্তিমান
কতো নাই পৰাজয়,
নিঠুৰ শত্রুৰ অভেদ্য হিয়াতো
শান্তিৰ বতৰা কয়।
জগততে পাতে নন্দন কানন
আনি সৰগৰ পৰা,
দুখৰ সাগৰ সুখেৰে ওপচে
ক্ষন্তেকে পুলক ধৰা।
শিলেৰে বন্ধোৱা বুকু কোমলাই
কবিতা ধনুৰ শৰে,
শুকান চকুতো নিছিগা ধাৰেৰে
চকুলো এধাৰি পৰে।

অতি আলস্যুৱা সংসাৰী জনৰ
কাণতো বতৰা কয়,
সুপ্ত প্ৰাণতো শক্তি সোমাই
শিৰে শিৰে তেজ বয়।
আপোন পৰৰ দুখ বুজা কৰি
কবিতাই বান্ধে প্ৰাণ,
অবোধ হিয়াকো বিকসিত কৰি
সিঁচিছে মহান জ্ঞান।
এই কবিতাৰ সঙ্গীতৰ ধ্বনি
শুনি শুই থকা জাতি,
বুকুত গোটায় অসীম সাহস
সহস্ৰ অপায় কাটি।
এই ধ্বনি শুনি শিৰত যেতিয়া
বয় শোণিতৰ ধাৰ,
ৰক্ত পিপাসু শানিত অস্ত্ৰয়ো
মানিব যে লাগে হাৰ।
সঙ্গীতৰ তানে বনৰ পশুকো
আপোন পাহৰা কৰে,
সুৰলা কবিতা শুনি যেন গছে
অকালত ফুল ধৰে।

যেতিয়া আহিব গৌৰৱ জাতিৰ
বহুকাল সাধনাত,
মুখৰিত হ'ব চেনেহৰ দেশ
গীত আৰু কবিতাত।
পৰ্ব্বতে পাষণ্ডে গৌৰৱ ৰাগিনী
উঠিব নতুন তান,
শুনি সি গানৰ গভীৰ জোকাৰ
জাতিৰ জাগিব প্ৰাণ।
সহস্ৰ বিঘিনি সহস্ৰ অপায়
আতৰতে যাব উৰি,
গৌৰৱ বেলিয়ে ঢালিব কিৰণ
গোটাই দেশকে জুৰি।
সাহিত্য বীণাৰ কৰুণ জোঁকাৰে
গলাব নিঠুৰ হিয়া,
পেলাব কাণত নন্দন ৰাগিণী
প্ৰাণ মন হৰি নিয়া।
সেই আশাতেই নীৰৱ বীণাত
বাজিছে আশাৰ সুৰ,
দেই পুৰি যোৱা সন্তান কতৰ
হিয়াত লগাই জুৰ।

আজিতো নহয় মানৱ জগত
জাতিৰ বহুত দূৰ,
আজিৰ তানত প্ৰাণ উঠলিব
হৃদয় হবযে পূৰ।
এই যে বীণাত উঠিল সুতান
আৰু তো নহয় লীন,
এই তানতেই শক্তি জোগাই
জাতিৰ ৰাখিব চিন।
প্ৰাগজ্যোতিষৰ পুৰণি কীৰ্ত্তি
সুৰ'ৰি সুৰদি বীণ,
কৰবাৰ ভাব কৰবাত আনি
কৰবাত কৰিছে লীন।
ইয়াতে এদিন সুদিন যিদিন
নিজে আহি বিধাতাই,
গ্ৰহ নক্ষত্ৰৰ গতিবিধি থিৰ
কৰিলে সুছল পাই।
শক্তি সঙ্গীত ৰাগিণীত মজি
লাচিত ফুকন বীৰ,
শৰাই ঘাটতে এদিন কৰিলে
জননীৰ উচ্চ শিৰ।

পুত্ৰ জননীৰ . মাধৱ শঙ্কৰ
কন্দলী অতুল কবি,
দেৱ দামোদৰ ৰাম সৰস্বতী
আনন্দ ভাৰত ৰবি
জ্ঞান গৰিমাৰে ভৰপূৰ হিয়া
নজনা কালৰ পৰা,
আজিওতো আছে সহস্ৰ সন্তান
জননীৰ বুকু ভৰা
আজিও মাতিছে অসংখ্য সন্তানে
মইনাৰ সুৱলা মাত,
নিজৰ মাতেৰে মাতিব পাৰিলে
কত যে গৌৰৱ তাত।
জননীৰ ভাষা দেৱতাৰ দান
সৰগ-অমিয়া ভৰা,
সুখী জগতত সকলোতে কৰি
এই সুখ যেন চৰা।
বীণৰ ৰাগিণী নীৰৱ নাছিল
যদিও আছিল ক্ষীণ,
তাহানিৰে পৰা বাজিয়ে আছিল
নিজকে নকৰি লীন।

সপ্তম স্বৰত আনন্দ ৰাগিণী
বীণে লইছিল তুলি,
আকৌ এবাৰ ধৰিবৰ মনে
মহান ভাৰত ফুলি।
সেইদিন আজি আহিছে সোঁৱা
নেলাগে বিনাব বীণ,
তুলিদে আকৌ আনন্দ লহৰী
মচি বিষাদৰ চিন।

১৯২৪
১৮ ডিচেম্বৰ গুৱাহাটী

---

# ভাৰতগৰিমা

ৰত্নগৰ্ভা ভাৰত মাতৃ

তুমিয়ে জননী তুমিয়ে ধাত্ৰী,

জগৎজয়ী বীৰ সন্তানৰ

জ্ঞানগৰিমা গৌৰৱদাত্ৰী।

যিদিন ধৰি সৃজন কৰিলে

বিধাতা পুৰুষে ভাৰতবৰ্ষ,

সিদিনাৰ পৰা জননী তোমাক

ভাৰতীদেৱীয়ে কৰিলে স্পৰ্শ।

হিমাদ্ৰি শিখৰ কৰিলে পোহৰ

বাণীৰ চৰণ কমল পৰি,

জ্ঞনগাৰিমাৰ কেন্দ্ৰভাৰত

সাৰদা কৃপাত সিদিন ধৰি।

কত যে শিক্ষা কতযে দীক্ষা
ভাৰত জননী তোমাৰ দান,
বসুন্ধৰা জুৰি প্ৰচাৰিত আজি
তোমাৰ জননী গৌৰৱ গান।
এই ভাৰততে আৰ্য্য অনাৰ্য্য
কত যে জাতি কত যে ভাগ,
কত শিক্ষা দীক্ষা কৰিছে প্ৰচাৰ
ভাৰতী অস্তিত্ব তথাপি আগ।
বিশ্বস্রজকে কৰিলে ৰচনা
এই যে মিলন মন্দিৰ এটি,
চিৰদিন তাৰ জ্ঞান গৰিমাৰে
সকলোকে নিজে ৰাখিছে ছাটি।
আহক আৰ্য্য আহক অনাৰ্য্য
আহক বিধৰ্ম্মী জগতবাসী,
সনাতন ৰীতি ভাৰতমাতৃৰ
নোৱাৰে পেলাব কোনোৱে নাশি।
সত্য ইয়াত ধৰ্ম্ম ইয়াত
নহয় ভাৰত অসত্য ভৰা.
ধৰ্ম্ম সত্যৰ জয় চিৰকাল
ই মহামন্ত্ৰে চলিত ধৰা।

# ভাৰত-গৰিমা

কত সমনীয়া জাতি মাৰ গ'ল
কত ধৰ্ম্ম নীতি কালে উটিগ'ল,
ভাৰত কিন্তু ভাৰত ভাৱেই
যুগ যুগান্তৰ একেই ৰ'ল।
ভাৰত এনেয়ে ভাৰত ভাৱেই
আজি জগতত তিষ্ঠা নাই,
বহুত সম্পত্তি বিচাৰ কৰিলে
ভাৰতৰ পৰা এতিয়া পায়।
নমৰে ভাৰত নোৱাৰে মৰিব
যতদিন এই পৃথিবী ৰব,
বিশ্বসাম্রাজ্য স্থাপন কালত
উচ্চ আসন ভাৰতে পাব।
এই মন্দিৰতে বিধাতা পুৰুষে
ধৰিব জনম পূৰ্ণ কলা,
বিশ্বৰাজ্য কৰিব স্থাপন
পিন্ধিব মাথোন এধাৰী মালা।
কত যে শাস্ত্ৰ কত যে মন্ত্ৰ
পুৰুষ কত যে উৎপত্তি হ'ল,
বিচাৰি জগতে ৰচিবৰ হকে
মিলন মন্দিৰ যোগ্য স্থল।

শঙ্খধ্বনি

ভূত ভবিষ্য সৰ্ব্বতি কালত

ধৰিলে ধৰিব ধৰিছে --

মহান পুৰুষে জনম ভাৰতে

একেই উদ্দেশ্যে কত যে শত।

বেদবেদান্ত ভাৰত পুৰাণ

কত তপোধনে কৰিলে ৰচনা,

পূৰ্ণাৱতাৰ যাদৱৰ মুখে

গীতাৰ অমৃত তোমাতে সূচনা।

হিমালয় ধৰি কুমাৰিকা জিনি

উঠিলে তোমাতে অহিংসা মন্ত্ৰ,

তোমাৰে পুত্ৰ শাক্যসিংহ

প্ৰচাৰিলে সেই মহান তন্ত্ৰ।

বাণীৰ বীণাৰ ঝঙ্কাৰ শুনি

উঠিলে কতনো পুত্ৰ বীৰ,

নানক কবিৰ শঙ্কৰাচাৰ্য্য

শ্ৰীৰামকৃষ্ণ শঙ্কৰ ধীৰ।

উঠিল গৌৰাঙ্গ দেৱদামোদৰ

বল্লভাচাৰ্য্য শ্ৰীদয়ানন্দ,

একেটি সুৰৰ তানতে উঠিল

জগৎ বিখ্যাত বিবেকানন্দ।

ভাৰত-গৰিমা

ধন্য সি বছৰ, ধন্য সি তিথি
ধন্য সি নক্ষত্র ধন্য সিবাৰ ,
যিদিন বিবেকে মাতৃস্বৰূপে
ভাৰত ভূমিক কৰিলে সাৰ ।
ভাৰত অঙ্গ ধন্য বঙ্গ
বিবেক চৰণ ধূলিৰ ঠাই,
জননী গৰিমা কৰিলে উচ্চ
তোমাৰ বুকতে জনম পাই ।
ধন্য সাধক শ্রীৰামকৃষ্ণ
বিশ্ব পিতাৰ পুত্র ধীৰ,
প্রচাৰি জ্ঞান গৰিমা ভাৰতে
ধন্য তুমিহে ধর্ম্ম বীৰ ।
পুণ্য তোমাৰ চৰণ যুগল
পৰশি ভাৰতে নাশিলে পাপ,
দূৰ হল বহু কালৰ সঞ্চিত
কতযে দুঃখ কতযে তাপ ।
যি তেজৰ বলে বলীয়ান হৈ
প্রাপ্তি তোমাৰ পৰমহংস,
কালৰ পথত ৰাখিলা হে দেৱ
ধ্বংস পথৰ আর্য্য বংশ ।

যিহঁৰ বলত সত্য বিচাৰি
ফুৰিলা হে দেৱ সকলো ধৰ্ম্ম,
উদাৰ সন্ন্যাসী ধৰ্ম্মী বিধৰ্ম্মীৰ
হৃদয়ত দিলা জ্ঞান কৰ্ম্ম।
যোগ্য গুৰুৰ যোগ্য শিষ্য
সি হেতু মিলিলে বিবেকানন্দ,
যি যুৱা সন্ন্যাসী শান্ত.সুন্দৰ
পৃথিবী পূজিত ভাৰতানন্দ।
কণ্ঠত যাৰ বাণীৰ কুটিৰ
হৃদয়ত যাৰ ব্ৰহ্ম জ্ঞান,
শক্তি যাৰ ৰুদ্ৰ তুল্য
জননী যাৰ হিন্দুস্থান।
ধন্য সিজন ভক্ত সুজন
ধন্য ভাৰত ধৰ্ম্মস্থান,
ধন্য পৃথিবী ৰত্নৰ আকৰ
বিবেকে যাৰ বঢ়ালে মান।
মণি কাঞ্চনৰ শাস্ত্ৰ মন্থন
কি যে সুন্দৰ কি যে ভাব,
সনাতন এই ধৰ্ম্ম বুৰঞ্জীত
মাৰিলে আকৌ নতুন ছাব।

সংসাৰী চকুত দৰিদ্ৰ ব্ৰাহ্মণ
পৰমহংস শ্ৰীভগৱান,
ব্ৰহ্ম জ্ঞানৰ ঐশ্বৰ্য্য আকৰ
দৰিদ্ৰ নহয় পুণ্যবান।
সংসাৰী ক্ষুধাত মত্ত নহৈ
আজিৰ সংসাৰ পিপাসী দৰে,
জ্ঞান-পিপাসী শ্ৰীৰামকৃষ্ণ
পূজিছে জগতে নম্ৰ শিৰে।
পুৰাণ ভাৰত বেদ বেদাঙ্গ
উপনিষদাদি ৰচনা যাৰ,
যিহৰ বলত সকলোৰে আগে
বৈছে ভাৰতে জ্ঞানৰ ভাৰ।
মুক্তিতো নিস্পৃহ যি ব্ৰাহ্মণৰ
সংসাৰ বিৰাগী ভকতি কামী,
যাৰ তপস্যাত এদিন ভাৰতে
ওঁকাৰ ধ্বনি আহিল নামি।
ব্যাস বাল্মীকি শুক বশিষ্ঠ
বিশ্বামিত্ৰ শ্ৰীপৰাশৰ,
দধীচি কপিল ধৌম্য কৌণ্ডিল
যাজ্ঞবল্ক তাপসবৰ।

শ্ৰীৰাম কৃষ্ণ তাৰেই লগৰ
নহয় আজিৰ পতিত দ্বিজ,
দেখালে আকৌ জগতত যাৰ
ধৰম কৰম ব্ৰাহ্মণ্যবীজ।
আন্ধাৰ ভাৰত পোহৰাই পুনু
আৰ্য্য শক্তি আহিল নামি,
চাপিলে কতনো ভক্ত প্ৰৱৰ
মুক্তি শক্তি ভক্তি কামী।
পোহৰে আনিলে পোহৰ চপাই
পোহৰাব বুলি গোটেই ধৰা,
চৰণ ছত্ৰৰ ছাঁয়াত চাপিল
নৰেন্দ্ৰ যুৱক ভক্তিৰে ভৰা।
গুৰুৰ কৃপাত সুপ্ত প্ৰতিভা
বিবেক হিয়াত বিকাস হল,
যোগ্য জনৰ ভোগ্য আসনে
প্ৰতিষ্ঠিত হৈ লভিলে বল।
এদিন যি দৰে তাহানি কালত
বাল্মীকি হল ৰত্নাকৰ,
গুণৰ বলত ক্ষত্ৰিয় নৃপতি
বিশ্বামিত্ৰ তাপসবৰ।

বংশৰ গৌৰৱ কুলৰ মৰ্য্যদা
দুয়েই নোৱাৰে কৰিব মানী,
প্ৰতিভাৰ বলে তপস্যাৰ ফলে
চাণ্ডালো হয় ব্ৰহ্মজ্ঞানী।
সেই যে বিবেক কায়স্থ ব্ৰাহ্মণ
স্বৰূপে আকৌ দিলেহি ঠিয়,
হিমালয় জিনি কুমাৰিকা ধৰি
সকলোৰে হল হিয়াত প্ৰিয়।
গুৰু মুখে শুনি বেদান্তৰ বাণী
পৈতৃক সম্পত্তি কৰিলে ভোগ,
ব্ৰাহ্মণ পিতাৰ ব্ৰাহ্মণ পুত্ৰ
কৰিলে প্ৰচাৰ কত যে যোগ।
যুৱক সন্ন্যাসী কামিনী কাঞ্চন
গৃহৰ মমতা সকলো ত্যাগী,
যাৰ মনোবলে উঠিল ভাৰত
পুনৰ বিশ্বাস-ভাৱত জাগি।
কি যে সুন্দৰ কি যে মহান
সন্ন্যাসী প্ৰৱৰে দেখাদি গল,
যাৰ কৰমত ধৰ্ম্ম জগতে
উঠিল নতুন ভাবৰ ঢল।

ফল ফুলময় ভাৰত আশ্ৰম
কৃষ্ণসাৰ আদি জন্তুৰে ভৰা,
লৌহিত্য গঙ্গা সিন্ধু যমুনা
কত যে নদী ৰূপত ছৰা।
ইন্দ্ৰই যত বৰষে প্ৰচুৰ
বেলিৰ পোহৰ প্ৰথমে পৰা,
চেনেহ পাশেৰে মহাসিন্ধু আৰু
হিমালয় আদি পৰ্ব্বতে বেৰা।
এই আশ্ৰমৰে সন্ন্যাসী প্ৰৱৰ,
বিবেকানন্দ ধৰ্ম্ম বীৰ,
মহা তেজীয়ান সুন্দৰ সুঠাম
তুলিলে জগতে উচ্চ শিৰ,
যি দৰে তাহানি আদিম কালত
ভাৰতৰ জ্ঞান প্ৰচাৰ হল,
গণিত জ্যোতিষ ভাৰতৰ পৰা
দেশ দেশান্তৰ বিয়াপি গল ;
যি দৰে নাৱিক ভাৰতবাসীয়ে
দিগ দিগন্ত কৰিলে জয়,
আন্ধাৰ জগতে পোহৰ পেলাই
কৰিলে অজ্ঞান সমূলে ক্ষয়।

যি দৰে তাহানি বীৰৰ জাতিয়ে
ভাৰতৰ শিক্ষা শিকিলে আহি,
যেনেকৈ ভোমোৰা ফুলনি সোমাই
বিচাৰি চোহেহি সুন্দৰ পাহি।
যি শক্তি বলত পুৰুৱে তাহানি
কৰিলে সমৰ যৱন সতে,
লিখা ৰব যিটি স্মিৰিতি কুসুম
ভাৰতবাসীৰ মানস পটে।
যি দেশৰ নাৰী সতীত্ব কাৰণে
অগ্নিত উছৰ্গে নিজৰ প্ৰাণ,
প্ৰতিজ্ঞা ৰক্ষাৰ কাৰণে ৰজাই
নিজৰ দেহাকে কৰিলে দান।
সি দেশৰ বাসী নৰেন্দ্ৰ সন্ন্যাসী
বেদান্ত পতাকা হাতত লই,
ঐহিক সুখত মত্ত পাশ্চাত্য
হৃদয় আসন কৰিলে জয়।
হীন বীৰ্য্য ভাৰত বাসীয়ে
ভাবিও লভিব পাৰিব সুখ,
হাহাকাৰ ভৰা দুখীয়া দেশত
জ্বলিলে এখনি দীপ্ত মুখ।

অনিমন্ত্রিত ধৰ্ম্ম সভাত
ভাৰতৰ মান ৰক্ষাৰ হকে,
আবির্ভাৱ হল বিবেকানন্দ
মায়াময় এই মৰ্ত্ত্য লোকে।
ভাৰত বাসীৰ নতুন সি যুগ
হল বিবেক সাগৰ পাৰ,
জন্ম জন্মান্তৰে ভাৰত বাসীয়ে
নোৱাৰে সুজিব ইয়াৰ ধাৰ।
জ্ঞান গৰিমাৰ অপূৰ্ব্ব মহিমা
কোনোটি লোকতে নহয় কম,
অজ্ঞান দেশতো আদৰ সাদৰ
গুণীৰ ভাগ্যত সবাতে সম।
বিত হীন সেই বিবেকানন্দ
লঙ্ঘি অপাৰ সিন্ধু খনি,
সোমালে পাশ্চাত্য সভ্যতাৰ মাজে
লই হৃদয়ত গুপ্তমণি।
হৃদয়ৰ সেই মণিৰ পোহৰে
জ্ঞানীৰ লগত মিলাই দিলে।
হীন উপেক্ষিত ভাৰত সন্তানে
গুণীৰ দেশত আদৰ পালে,

স্যমন্তকমণি বেদান্তৰ বীজ
যাৰ হৃদয়ত বিৰাজ কৰে,
পাৰেনে কোনোৱে উপেক্ষিত কৰে
অসভ্য বৰ্ব্বৰ পশুৰ দৰে ?
আজিও পৃথিবী ধৰ্ম্মত ঘূৰিছে
সিমান তলত পৰাতো নাই,
প্ৰলয়ৰ আগে নোৱাৰে সুমাব
জ্ঞানৰ বস্তি আগত পাই।
সৰ্ব্বমতৰ ধৰ্ম্ম সভাত
উঠিল আনন্দে বিবেকানন্দ,
বাণীৰ চৰণ কৃপাত উঠিল
মুখত সুৱলা ভাষাৰ ছন্দ :
সৰ্ব্বমানৱ ভ্ৰাতৃ স্বৰূপ
একেই মাথোন সবাৰে পিতা
একৰ গুণকে কৰিছে প্ৰকাশ
বেদ বেদান্ত পুৰাণ গীতা।
নভৰা বাতৰি শ্ৰোতামণ্ডলীৰ
সন্ন্যাসীৰ মুখে প্ৰকাশ হল,
বেদান্তৰ ধ্বনি আকাশকো চানি
পাশ্চাত্য জগত বিয়াপি গল।

গ্ৰহৰ মাজত সূৰ্য্য জ্বলাদি
বিবেকানন্দ তেজত দীপ্ত,
নতুন ৰসৰ অমৃত ঢালিলে
শ্ৰৱণ ইন্দ্ৰিয় সবাৰে তৃপ্ত।
সেইদিন ধৰি বেদান্ত পতাকা
উৰিল গোটেই জগত জুৰি,
নৱ ধৰমৰ বিমলজ্যোতিত
পাশ্চাত্যৰ ভাব পৰিল ভৰি।
আগৰ দৰেই গোটেই জগতে
ভাৰতৰ জ্ঞান প্ৰচাৰ হল,
ভাৰতীৰ দূতে ভেটা ভাঙি দিলে
বসুন্ধৰা জুৰি ভাগিল ঢল।

১৯২৪
গুৱাহাটী

———

# কিয়নো নাহিব দিন

কিয়নো নাহিব দিন ?

আহিব আহিছে আহি আছে কত

উজ্জাৰি লুকোৱা চিন।

বেলি গল মাৰ আছিল আন্ধাৰ

ঢাকিলে পৃথিবী খনি,

পুনু কি নিদিব দেখা মৰতত

গৌৰৱৰ দিনমণি।

আহিল বসন্ত নহয় অনন্ত
পাকতেই পমি গল,
সেই বুলিয়েই নাহি কি আকৌ
কতবা আতবি ৰল।
এদিন উঠন এদিন পতন
উঠিব নামিব ক্রমে,
হিমৰ আকৰ মহা গিৰিবৰ
তাৰো যে তুষাৰ পমে।
সাগৰ শুকাই পাহাৰ ওলাই
মৰুত পদুম ফুলে,
অঠাই সাগৰে বিধিত কালৰ
ভৰিৰেই বাট বুলে।

* * * *

আকৌ বাজিব যমুনা পাৰত
কৃষ্ণৰ মোহন বাঁহী,
বৃন্দা বনত গোপিকা নাচিব
কদমে মেলিব পাহি।
বৃন্দা বনৰ বিৰিনা জোপাত
পখীয়ে ধৰিব তান,

সখীয়তী বায়ে আনন্দেৰে গাব
কৃষ্ণ সখিঅ·গান।
দাম সুদাম সখি গুণধাম
উদয় ইয়াতে হব,
ভক্ত উদ্ধৱ নন্দ যশোদা
নিজৰ কামত ৰব।
কংসৰ ঘৰ কৰিব পোহৰ
বসু দেবকীৰ গুণে,
যমুনাই দিব বুকু ফালি বাট
জানি আপোনাৰ মনে।
অসুৰ কংস হব যে ধ্বংশ
সংশয় অকণো নাই,
অহংকাৰৰ অজ্ঞান টোপনি
ভাঙি যে পেলাব ভাই।
শৃঙ্খলা ভৰা বিশ্বত ঘটাই
অধৰ্ম্মৰ মহামাৰী,
পাৰে কি সাৰিব হলেই প্ৰৱল
জাগ্ৰত দৰ্পহাৰী।
যাব ভাগে ভাগে কৰমৰ ফলে
কুৰুক্ষেত্ৰ সমৰত,

নিমিত্ত অৰ্জ্জুন সাজু আছে সদা
সাৰথিৰ আদেশত।
শৃঙ্খলা ভৰা মনোহৰ ধৰা
শান্তি পুনৰ পাব,
শান্তিৰ বাতৰি শুনাই কতই
ভাগে ভাগে আহি যাব।

*　*　*　*

কিয়নো নাহিব দিন ?
আহিব আহিছে আহি আছে কত
উজাৰি লুকুৱা চিন।

১৯১৮

২ এপ্ৰিল, যোৰহাট

---

## যুৱকৰ সাধনা

ধুলি মাটি শৈশৱৰ নহয় সাধনা এই
নহয় ই যৌৱনৰ একে মুখী প্ৰেম ;
সমৰ্থৰ অহংকাৰে গ্ৰাস কৰি থোৱা
প্ৰেম ভক্তি মানৱৰ বাটৰ সম্বল,
জীৱনৰ সন্ধীয়াত বিচাৰি ব্যাকুল,
নহয় ঈশ্বৰ ভক্তি বৃদ্ধ পথিকৰ।
সংযমী যুৱকৰ তপত শোণিত
সমানে বোৱাই এই জীৱন যুদ্ধত,
ভাই ভাই মানৱৰ প্ৰকৃত সম্বন্ধ
বিশ্ব নিয়ন্তাৰ বাণী কৰিব প্ৰচাৰ।
সকলৰ দুখী সুখী মিলাই সাধনা
পিতাৰ উদ্দেশ্য সিদ্ধি কৰিব পুত্ৰই
এক আদি এক অন্ত ভাৱত ডুবাই মন
জ্ঞানৰ কঠীয়া সিচি প্ৰতি হৃদয়ত।

১৯২৩
২৫ মে, টীয়ক

# ভাৰত

অতুল কমল এই অনন্ত বিলৰ

চেনেহৰ ভাৰত জননী,

সহস্ৰ সহস্ৰ যাৰ কোমল পাহিয়ে

জগতক কৰিছে শুৱনি।

ত্ৰিচ কোটি ৰেণু তাৰ অন্তৰে অন্তৰে

জিলিকিছে অসীম বিলত,

উঠে কেতিয়াবা আহি ওখ আসনত

কেতিয়াবা পৰেহি তলত।

মোৰ এই জন্মভূমি আদৰৰ ধন
বিধাতাৰ গৌৰৱৰ মণি,
কোটী কোটী মানৱৰ পুণ্য জন্মভূমি
জ্ঞান ধৰ্ম্ম কৰমৰ খনি।
সকলোটি সুন্দৰৰ সমাবেশ কৰি
ভাৰতক কৰিলে ৰচনা,
মানৱৰ মহালক্ষ্য জ্ঞানৰ বাতৰি
প্ৰথমতে ইয়াতে সূচনা।
প্ৰকৃতিয়ে নিজহাতে উত্তৰ সীমাত
থাপিলেহি অভেদ্য শিখৰ,
শত শত তীৰ্থস্থান আশ্ৰম মুনিৰ
বিৰাজিত মন্দিৰ বিস্তৰ।
লৌহিত্য, যমুনা, সিন্ধু, পুণ্যভাগীৰথী
সহস্ৰ সহস্ৰ যাৰ সুঁতি,
সহস্ৰ গহ্বৰ ভেদি হয় প্ৰৱাহিত
স্বৰ্ণ ৰেণু তাতে যায় উটি।
অসংখ্য তোৰণ আৰু বিবিধ নিচান
বিদ্যমান নদীৰ তীৰত,
সকলোৱে মিলি গায় একেটি সুৰেৰে
জয় জয় সোণৰ ভাৰত।

সোণত সুৰগা চৰা মহা সিন্ধুখনি
ভাৰতৰ পখালে চৰণ,
ৰত্নৰ ভাণ্ডাৰ যেন দেখি বিধাতাৰ
সাগৰেও পশিলে শৰণ।
অভেদ্য ই মহাদেশ, ভেদ্য তথাপিও
কোনে বত্ন নকৰে বিচাৰ,
জ্ঞানৰ অঙ্কুৰ যদি ফুটে ইয়াতেই
কিয় সিটি নহব প্ৰচাৰ।

দিল্লী সেই ৰাজধানী পৃথিবীশ্বৰৰ
জগতৰ বিখ্যাত নগৰ,
যুগ যুগান্তৰ কথা কত ভাবি ভাবি
বিচাৰিছে আপোন লগৰ।
ইয়াতেই ইন্দ্ৰপ্ৰস্থ পাণ্ডৱৰ পুৰি
ইয়াতেই দিল্লী পিৰিথিৰ;
ইয়াতেই পাঠানৰ উদয় অচল
ইয়াতেই পাঠান কুটিৰ ;
ইয়াতেই মাৰাঠাৰ সমূলে পতন
ইয়াতেই মোগলৰ ক্ষয়,
ইয়াতেই বৃটিচৰ প্ৰাচ্য ৰাজশ্ৰীয়ে
অকপটে গায় জয় জয়।

কতনো হইছে আৰু কতনো হবও
হে পুণ্য দিল্লিহি নগৰ,
বহু কথা জানা তুমি অতি বয়সীয়া
নাই আৰু তোমাৰ লগৰ।

হিন্দুৰ পবিত্ৰ তীৰ্থ বৃন্দা মথুৰা
হৰিদ্বাৰ গয়া কাশীপুৰ,
উজ্জয়িনী, পুৰি আৰু নাচিক নগৰ
সেতুবন্ধ দেশ মহীশুৰ।
কত কথা কতদিন ধৰি আছা আই,
স্বভাৱৰ চিনাকি দৰ্শাই।
পৃথিবীৰ জন্ম কথা কও কও বুলি
আছা মাতৃ গাভৰু বোলাই।
হিমালয়ে মূৰ ডাঙি পূৰ্ব্ব গৌৰৱৰ
আজিওতো কৰিছে প্ৰমাণ,
গঙ্গা, সিন্ধু, লুইতেও তাকে লই গই
উলাহেৰে কৰিছে প্ৰয়াণ।
দ্বাৰকাই হাত মেলি পছিম সাগৰে
তোলে এক অপূৰ্ব্ব নিচান,
পূবাচলে কামৰূপে তাকে চাই চাই
কিবা এটি কৰিছে ধিয়ান।

জগতৰ পুণ্যতীৰ্থ ভাৰত জননী
মানৱৰ মহামিলনৰ,
পৃথিবীৰ কেন্দ্ৰস্থল জ্ঞান গৰিমাৰ
আদি ভূমি শক্তি সাধনৰ।
কালত বিভূতি ঘূৰে নেথাকেতো ৰই
আজি নাই কালি দিব দেখা,
কাৰোতো নহয় শক্তি যাউতিযুগীয়া
বিধিৰ লিখন আছে লিখা।

১৯১৮
১২ জুন, যোৰহাট

——

# মইনা

মইনা মইনা মোৰ প্ৰাণৰ মইনা
কিয় তই মাতিলি তুনাই,
কিয় তই হৃদয়ত জ্বলা জুই লই
অতদিন আছিলি জীয়াই ?
অত বোৰ বোজা লৈ গৈ আছো মই
পাহৰিলো তাহানিৰ কথা,
এবাৰ পাহৰা কথা সোঁৱৰাই তই
কিয় দিলি হৃদয়ত ব্যথা ?
কি বুজনি দিম হেৰ প্ৰাণৰ মইনা
দুখী আজি মযো একে দুখে,
চা হেৰ, সন্ধ্যা সৌ ওচৰ চাপিছে
নগল এদিনো মোৰ সুখে।
মোৰেই নিচিনা কত ফুৰে হাঁহি মাতি
মিছা সঁচা নেজানিলো একো,
চাপি গৈ মাত দিলে বলিয়াহে বোলে
নেদেখিলো বন্ধু মই কাকো।

সিহঁতৰ সেই হাঁহি সেই ৰঙ চাই
মোৰ মনে বলিয়া সিহঁত,
বলিয়া নহলে বাক পাৰে কোনোবাই
এনে বোজা ধৰিব দেহত।
সান্ত্বনা যে নাই মোৰ এই সংসাৰত
নিজকেই নিজে উছর্গিলো,
নিজৰ দোষকে ভাবি বলিয়াব দৰে
একেৰাহে বোৱালো চকুলো।
দুখৰ উপৰি দুখ কিমান শুনিবি
এয়ে তই জানিলি মইনা,
একে দুখতেই তই হইছ বলিয়া
মোৰো দুখ তোৰেই নিচিনা।
নিজৰ দোষকে তই নিজে ভুগি মৰ
নিজে তই পাহৰিলি গাঁত,
আকাশৰ মুক্ত পখী সেই দেখি আজি
বন্ধ এই সোণৰ সজাত।
স্বাধীন মলয়া বায়ু শেষ হল তোৰ
নেপাবি অ'এই জনমত,
সুন্দৰী মাতৰ তোৰ লোভ এৰি থৈ
নেৰে তোক তোৰ মৰমত।

মইনা :

ফুৰিছিলি পখী তই আপোন মনেৰে
বনৰীয়া ফল মূল খায়,
গাইছিলি প্ৰণয়ৰ বনৰীয়া গীত
প্ৰকৃতিৰ বননি কঁপাই।
নিজমনে আৰু তই নোৱাৰিবি গাব
আপোনাৰ প্ৰণয়ৰ গীত,
নিজমনে ফল মূল নোৱাৰিবি খাব
'জুৰা তই গৃহস্থৰ চিত'।
স্বাধীন আকাশ জুৰি কতযে চৰাই
উৰি আছে মুকলি মনেৰে,
মাতৰ কাৰণে মাত্ৰ বন্দী আজি তই
শক্তি তোৰ অভাৱ শৰীৰে।
মানুহৰ পৰা মই মানুহে ভুগিছো
তই মাথো বনৰ চৰাই,
স্বাৰ্থ এৰি বেথা হেৰ কোনেনো কৰিব
এনে লোক পাব'লে যে নাই।
মইনাৰ শক্তি ধৰি নোৱাৰিবি আৰু
নিজকেই কৰিব উদ্ধাৰ,
মুক্তি যদি বাঞ্ছা কৰ এই জনমত
শক্তিৰ তপস্যা কৰ সাৰ।

তোৰ যেনে অভিলাষ কৰি থাক তই
ইচ্ছা হেৰ বিভুৰো সেয়েই,
হৃদয়ত প্ৰতিস্থিত দেৱ নাৰায়ণ
গম দিলে জাগিব নিজেই।
এই আশাতেই মোৰো প্ৰাণ মাত্ৰ আছে
তাকে মই কৰিম সাধনা,
নেজাগি নোৱাৰে সেই দেৱ নাৰায়ণ
তেওঁৰ স্থিতি নহয় কল্পনা।

গুৱাহাটী
২ নবেম্বৰ; ১৯২২

# মিলনগৰিমা

আজি নিনাদিত কৰি স্বৰ্গ মৰ্ত্ত্য বাজিছে বিজয় শঙ্খ ঘনে,
জননী যজ্ঞত-স্বাৰ্থ উছৰ্গি মিলিছে ভ্ৰাতৃ আনন্দ-মনে।
পুনৰ জাগিছে পুৰণি কালৰ মিলন মন্ত্ৰে একতা ভাব,
বুৰঞ্জীত আজি পৰিছে আকৌ নতুন দিনৰ নতুন ছাব।
নতুন তেজেৰে বলীয়ান হৈ জাগিছে সুযোগ্য সন্তান দল,
চেনেহী জননী পাই পুনু আজি পুৰণি কালৰ হেৰোৱা বল।
প্ৰতি সন্তানৰ হিয়া ভেদি যায় মিলিত কণ্ঠৰ উদাৰ তান,
মিলনগৰিমা দেখি আজি ভাই অপ্সৰা সকলে কৰিছে গান।

শঙ্খধ্বনি

স্বৰগ মৰত একেখনি কৰি আহে মিলনৰ শুদ্ধ ধাৰ,
আহাঁ আজি ভাই উটি যাওঁ সৱে অদূৰত সৌ উন্নতি পাৰ।
জঁয় পৰিথকা হৃদয় পতুম ফুলিছে আকৌ আশাটি পাই,
হৃদয়ে হৃদয়ে শক্তি শোণিত চিন্তাৰ আজি সকাম নাই।
একেটি উদ্দেশ্যে বেলেগ হৃদয় মহা মিলনৰ লক্ষ কৰি ;
মিলিছে যে আজি একে খনি হৈ মঙ্গল সত্য হাতেৰে ধৰি।
জননীৰ সেই পাছ পৰি থকা দুখীয়া নিছলা সন্তান দল,
সুযোগ্য ভ্ৰাতৃক একত্ৰিত দেখি আনিব আকৌ হেৰোৱা বল

মিলন প্ৰেমত উন্মত্ত সন্তানে জননী আশীষ শিৰত লৈ,
দৰিদ্ৰ ভ্ৰাতৃক সাবটি ধৰিব ভ্ৰাতৃপ্ৰেমত জড়িত হৈ।
জগত পতিৰ আশীষ নিৰ্ম্মালি স্বৰগৰ পৰা আহিব আজি
শিৰে লৈ তাকে বলীয়ান হৈ ওলাব কৰ্ত্তব্য প্ৰেমত মজি।
ভেদাভেদ এৰি একতা জৰীৰে মিলন শক্তি কেন্দ্ৰ কৰি,
মথিব পাৰিব জননী সাগৰ মহান লক্ষ বক্ষত ধৰি।
সাগৰত পৰি বুৰ গৈ থকা পুৰণি কালৰ লুপ্ত ধন,
উঠিব আকৌ নতুন উছাহে অশান্তি সকলো পৰিব ছন।

শঙ্কৰ মাধৱ দেৱ দামোদৰে পৱিত্ৰ মিলন বস্তি ধৰি,
জ্বলাব দুগুণে জননী অসম মহামিলনৰ লক্ষ্য কৰি।

মিলন গৰিমা

ৰাজ নীতি জ্ঞানী মন্ত্ৰী পূৰ্ণানন্দ মহাৰাজ ৰুদ্ৰসিংহ ধীৰ,
জাগিব পুনৰ সতী জয়মতী গদাধৰ ভীম তুল্য বীৰ।
যাৰ প্ৰতাপত দিগন্ত বিয়াপি গোটেই ভাৰতে উঠিল ধ্বনি,
প্ৰাগজ্যোতিষৰ শৰাই ঘাটত ব্যৰ্থ অসুৰ কুলৰ মণি।
বীৰৰ কেশৰী লাচিত ফুকন শুক্লদেৱ বীৰ্য্যৱন্ত বীৰ,
সমৰ অনলে সোমাই নিৰ্ভয়ে কৰিলে জননী উচ্চ শিৰ।
ভাৰত ৰত্ন আনন্দ বৰুৱা ভাষাৰ সাৰথি বিজ্ঞ হেম,
মাণিক বৰুৱা জালানুৰ আলি হৃদয়ত যাৰ মাতৃপ্ৰেম।

চতুৰ্দ্দিশ জুৰি ভীষণ নিনাদে বাজিছে শঙ্খ বিজয় ডঙ্কা,
আগবাঢ়ো আহা খোজে খোজে আজি জোকাৰি মনৰ তুচ্ছ শঙ্কা
গোটেই জগতে বিস্ময়ে তবধে মিলন গৰিমা থাকক চাই,
মহা মিলনত মিলাই হৃদয় আগবাঢ়ো আহাঁ মিলিত ভাই।
জননী যজ্ঞৰ মিলন গৰিমা গোৱাহে ব্যগ্ৰ সেৱক দল,
স্বৰগৰ পৰা বাগৰিছে চোৱা বিশ্ব পতিৰ আশীষ ঢল।

গুৱাহাটী
১৫ মাৰ্চ্চ, ১৯২২।

---

# মহাপুৰুষ

১

নতুন ধৰ্ম্মৰ হাট বসুন্ধৰা জুৰি
নতুন ভাবত মিলি বহিলে যেতিয়া,
পুণ্য-ক্ষেত্ৰ অসমত ধৰমৰ ভেঁটি
পাতি দিলে ক্ষণজন্মা পুৰুষ সকলে ;
কায়স্থ শঙ্কৰ হৈ সেনাপতি তাৰ
হৰিনাম ৰসামৃত কৰিলে প্ৰচাৰ।
জুৰিলে উজান-ভাটি গুছিল আন্ধাৰ
উদিল শঙ্কৰ সূৰ্য্য অসম ভূমিত,
গৰা টাকি আছে বান নামৰ নদীত
কৰক হেঁপাহে পান বুলি প্ৰজাসৱে
শ্ৰীমন্ত শঙ্কৰে ভাঙি দিলে তাৰ পাৰ
বৈ গল হেলাৰঙে ব্ৰহ্মাণ্ডক ভেদি,
গাৰো ভোট যৱন ব্ৰাহ্মণ চাণ্ডাল
সৱে মিলি একেলগে কৰে নাম পান।

২

জ্ঞান ধৰমৰ খনি কামৰূপ ভূমি
জ্বলালে জ্ঞানৰ বন্তি প্ৰথমে ভাৰতে,
যেতিয়াই ক্ষীণ হল সেই বন্তি গছি
অসমত জন্ম ললে পণ্ডিত মণ্ডলী ;
নাম ধৰ্ম্ম, ঘোষা পদে প্ৰচাৰি শঙ্কৰে
জ্বলালে আকৌ বন্তি অসম দেশত ;
অসমীয়া সাহিত্যৰ ওখ ভেঁটি বান্ধি,
জাতীয় গৌৰৱ লক্ষ্মী আনিলে চপাই,
ৰচি নাট বড়গীত দৃশ্য পট আঁকি
যিখিনি জাতিক লাগে কৰিলে উদ্ধাৰ,
সবাতে প্ৰকাশে সেই প্ৰতিভা মাধুৰী ;
শিল্প কলা সাহিত্যৰ সকলোৰে গুৰু,
উদ্দেশি শঙ্কৰদেৱ কৰো নমস্কাৰ ।

৩

অসমৰ জাতি গুৰু শ্ৰীমন্ত শঙ্কৰে
বান্ধিলে উজান-ভাটি এডালি ডোলেৰে
সেই জৰী ডালি সৱে কৰে অনুভৱ
কোন ফালে, কেনি আছে বুজা মাথো টান,

অসমৰ সকলোকে ভাতৃ ভাব দিয়া
এনা জৰীডালি সেই মহাপুৰুষৰ।
নিজৰ সন্মান ৰক্ষা নিজে নিজে কৰি,
সমাজৰ টান বান্ধ অত দিন থকা,
যি জনে কৰিলে দান অসম ভূমিক
অসমৰ সমাজৰ মহাগুৰু তেওঁ ;
সেই মতে অসমৰ সমাজ চলিব,
যিদিন ছিগিব সেই বান্ধ সমাজৰ
হয় কোনো-পুৰুষৰ হব অৱতাৰ
নহয় অসম দেশ হব ছাৰখাৰ।

---

১৯২৬
কলিকতা

## আগ বাঢ়া

ধুমুহাৰ দৰে বিঘিনি উৰাই,
বজ্ৰৰ দৰে পৃথিৱী কঁপাই,
সূৰুযৰ দৰে মঙ্গল সূচাই,
আগ বাঢ়া
বাঢ়া আগ।
বুকত বিচাৰি চেনেহৰ খনি,
অন্তৰত ৰাখি ধৰমৰ মণি,
নায্য বিচাৰি একোকে নগণি,
আগ বাঢ়া
বাঢ়া আগ।
আছে সকলোটি কিয় হব দীন,
উদ্যোগী জনক কোনে কয় ক্ষীণ,
সবাৰে মুখত পৱিত্ৰৰ চিন,
আগ বাঢ়া
বাঢ়া আগ।

আহিব পুৰুষ জগাবছি প্ৰাণ,
বিশ্বৰ নেযাই চিগি ভাগি তান,
জাগৰিত হৈ বিচাৰি সি মান,
আগ বাঢ়া
বাঢ়া আগ।

আকাশৰ দৰে মহান উদাৰ,
সাম্য গুনৰ কৰি প্ৰচাৰ,
নিজৰ গৌৰৱ কৰি বিচাৰ,
আগা বাঢ়া
বাঢ়া আগ,

পখীৰ সদৃশ আকাশত উৰি,
নিজৰ বাহলে চাই ঘূৰি ঘূৰি,
আগ পাছ ছুটি ভবা গুণা কৰি,
আগা বাঢ়া
বাঢ়া আগ।

প্ৰৱল শক্তি সাবটি বীৰ,
সত্য যুজত সদা থাকি ধীৰ,
মানি শাস্তি ধাৰা, নম্ৰ কৰি শিৰ,
আগ বাঢ়া
বাঢ়া আগ।

# আগ বাঢ়া

উন্নত জগতে উন্নতি বিচাৰি,
ভয় বিভীষিকা সকলো পাহৰি,
সাহক সাৰথি প্ৰতিস্থিত কৰি,
আগ বাঢ়া
বাঢ়া আগ।
সত্যৰ বাতৰি বুৰঞ্জীয়ে কয়,
মহা প্ৰতাপীও কালে যায় লয়,
দুৰ্ব্বলৰো কত, মিলি আছে জয় ;
আগ বাঢ়া
বাঢ়া আগ।
পৰাজয় কৰি মৰণৰ ভয়,
অমৰ আমাতে, মৰণৰ লয়,
আগতেই কৰি সকলোটি জয়,
আগ বাঢ়া
বাঢ়া আগ।
নিজৰ ভেঁটিত নিজে হৈ থিয়
সত্য সুন্দৰ জগতৰ শিৰ,—
আপোনাৰ ভাবি সকলোটি জীৱ,
আগ বাঢ়া
বাঢ়া আগ।

পৃথিবীৰ কৰি মঙ্গল সূচনা,
ফলাফল একো নকৰি গণনা,
অন্তৰত ৰাখি বিভুৰ ভাৱনা,
আগ বাঢ়া
বাঢ়া আগ।

ভাগে ভাগে আছে সকলোৰে কাল,
ভয় নাঁই আজি তৰিঁ দিয়া পাল,
কাটি সকলোটি মায়া মোহ জাল,
আগ বাঢ়া
বাঢ়া আগ।

আজি জগতৰ আগ বাঢ়া বাণী,
বিশ্ব পিতাৰ উপদেশ মানি,
মোহাৰি জাতিৰ সকলোটি গ্লানি,
আগ বাঢ়া
বাঢ়া আগ।

যুগৰ শঙ্খ বাজে শুনা আজি,
আহে শুভদিন—চোঁৱা পুথি পাজি,
মহা বীৰ বেশে সকলোটি সাজি,
আগ বাঢ়া
বাঢ়া আগ।

# জন্মভূমি

কল্পনা মাধুৰী ভাঁগৰি পৰিল যিখনি স্বৰগ বিচাৰি চাই,
তাতোকৈ আছে ওচৰতে এই অতি চেনেহৰ সাদৰী আই।
উটিয়া কল্পনা আতৰতে তই মন আৰু সুৰে বিচাৰি তোক,
মনে পালে তাৰ কিবা স্বৰগ পৃথিবীতে সেই নেদেখা লোক।
জনমৰ ভূমি মাতৃৰো জননী তাতোকে পৱিত্ৰ আৰুতো নাই,
এনে স্বৰ্গ এৰি বঞ্চিত যি জন কি সান্ত্বনা কোনে দিবনো হায়।
পুৰুষৰ উপৰি পুৰুষৰ দেহ যি খনি দেশৰ মাটিৰ দান,
সবাৰে মনত কত যুগ ধৰি যি খনি দেশৰ অবাধ তান,
যি খনি দেশৰ অতিকে পৱিত্ৰ মাটি পানী আনি শৰীৰ এই,
নিজৰ স্থিতিৰ সকলোৰে গুৰি জন্মভূমি মোৰ জননী সেই।
যি খনি দেশৰ সকলোটি মিলি স্বাগত সম্ভাষা কৰিলে মোক,
যি খনি দেশতে হয়তো এদিন বিদায় কালতো মিলিব শোক।
আপোনাৰ সকলো আছে ভৰি তাত ধৰাত ক'তো যে পাবলে নাই,
তৃণ তৰু লতা জীৱ জন্তু বোৰে আপোন ভাৱেৰে মৰমে চায়।
বিদেশত থাকি ৰাজ প্ৰাসাদত মনত পৰিলে কথাটি যাৰ,
ৰজাৰ সুখত থাকিও দেখোন অলেখ দুখৰ নেপাও পাৰ।
যি খন দেশতে উপজি পোনেই মেলিলো মোৰ ই নতুন চকু,
প্ৰথমেই যত কাণেৰে শুনিলো, পালো মৰমৰ মাতৃ বুকু।
যত সকলো কালৰ সকলো ভাৱৰ মেলিলে থোৰ,
'সেই জন্মভূমি স্বৰ্গতো অধিক জীৱনে মৰণে আপোন মোৰ।

# শেষ

শঙ্খধ্বনি নোহে শেষ অনন্ত কালৰ ;
[illegible] পাৰে লিখকৰ মালাধাৰি শেষ।
এবাৰ গাঁথিলে মালা লুভীয়া মালীয়ে,
পাৰেকি নেগাঁথি থাকে আকৌ এধাৰ ;
মালাৰ আদৰ তাৰ বাঢ়িযক বুলি,
মালা পিন্ধা প্ৰেমিকৰ মনৰ জোঁখাই—
বাছকবনীয়া ফুলে মালা গঁথা আশা
জীৱনৰ লগে লগে হব মাথো শেষ।
শঙ্খধ্বনি যোগ্য জনে কৰিছে কৰিব,
কুৰুক্ষেত্ৰ সমৰত কৰিলে কৃষ্ণই,
ভগীৰথে ভাগীৰথী কৰোতে আহ্বান ;
কোনো কালে শঙ্খধ্বনি নপৰে নিজম।
শিৱ, কৃষ্ণ নাম যেনে ক্ষুদ্ৰ মানুহৰ
'শঙ্খধ্বনি' নাম মাত্ৰ আবেগৰ মোৰ
নুঠ ধনঞ্জয় নাহে নামি ভাগীৰথী
ভক্তজনে পাৱ পাৰে আমনি ইয়াত ;
তথাপিও 'শঙ্খধ্বনি' হিয়াৰ আবেগ
কুৰক [illegible] ঘূৰি প্ৰতিধ্বনি তাৰ।

১৯২৬
১০ ফেব্ৰুৱাৰি, কলিকতা